# জ্যোতি।



ৰচক

**শ্ৰীসুৰেন্দ্ৰনাথ বৰুৱা।**

প্ৰথম সংস্কৰণ

তেজপুৰৰ বি, আৰ কলিতা এণ্ড কোম্পানাৰ
সাহায্যত গ্ৰন্থকৰ্ত্তাৰ দ্বাৰা
প্ৰকাশিত।

১৯২৬

বেচ ।৹ আঠ অনা

# উচৰ্গা।

আই, দেউতা,

আপনালোকৰ মই অধম পুতেক,
নাই মোৰ দিবল'ই ভক্তি উপহাৰ,
পুতেকৰ ক্ষমি দায় আছিল যতেক,
ল'ব সাদৰেৰে এই কাব্য-মালাধাৰ।

বহুত দিনৰ ফল অনেক যত্নৰ,
যতনৰ ফুলধাৰ কৰিব গ্ৰহণ,
কিদিম ইয়াকে ল'ই অধম পুত্ৰৰ—
কৰোক সাৰ্থক যেন আত্মাৰ জীৱন।

সুৰেণ চন্দ্ৰ

# পাতনি।

সৰুতে যেতিয়া গাৱঁলীয়া নিম্ন প্ৰাইমেৰী স্কুলত পঢ়িছিলো তেতিয়া আসামৰ ধৰণী স্বৰূপ—৺হেমচন্দ্ৰ বৰুৱা, ৺আনন্দৰাম বৰুৱা আৰু ৺লম্বোদৰ বৰা আদি আদৰ্শ পুৰুষসকলৰ জীৱনী পঢ়ি আৰু তেওঁলোকৰ কিতাপ পঢ়ি মনতে ভাবিছিলো—"আমিও চাগৈ কেতিয়াবা তেওঁলোকৰ শ শ ভাগৰ এভাগ মান জ্ঞান লাভ কৰি কিতাপ লিখিব পাৰিমনে",—মোৰ এই ভাব বয়সৰ লগে লগে বেছিকৈ ডাঙৰ হবলৈ ধৰিলে। আৰু বৰ্ত্তমান জ্যোতিত এই ভাব ফুটি ওলাল। কিন্তু পাঠক আৰু পাঠিকাসকলে এইবুলি ভাবিলে ভুল হব যে,—'নেদেখিছা এওঁ হেনো আসামৰ ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺আনন্দৰাম বৰুৱা নাইবা ৺লম্বোদৰ বৰাৰ দৰে কিতাপ লিখি আসামক কিতাপৰ চহকী কৰে।' কিন্তু আমাৰ বোধেৰে ডাঙৰ পুৰুষসকলৰ জীৱনী কেৱল উঠি অহা লৰাৰ অনুকৰণৰ বস্তু। সেই জীৱনী পঢ়ি যদিও লৰাবিলাক ঠিক তেওঁলোকৰ দৰে হব নোৱাৰে, তথাপি তেওঁলোকৰ পিচত খোজ লব পাৰে।

যি হওক কিতাপ প্ৰকাশ কৰা হল। এইটো নিশ্চয় যে, প্ৰথম বাৰত কোনেও কোনো কামতে কৃতকাৰ্য্য হব নোৱাৰে। কিন্তু প্ৰথম বাৰত উৎসাহ পালেহে দ্বিতীয় বাৰ ভাল কৰিবলৈ চেষ্টা কৰে। ৰাইজে জ্যোতিক সাদৰেৰে চালে, লিখকে-উৎসাহ পাব আৰু ভবিষ্যৎ এনে কাৰ্য্যত ব্ৰতী হব। ইয়াৰ ভাব কেনে হৈছে কব নোৱাৰো; যি হওক চাকি চাই পাঠক পাঠিকা সকলে মুখত তিতা পালেও পেটলৈ ভাল বুলিহে প্ৰকাশ কৰিলো।

অসমীয়া লৰা ছোৱালীসকলে জ্যোতিক মিঠৈৰ লাৰু নহয় বুলি আগ্ৰহ নকৰিব পাৰে, খোৱা বস্তু নহয় বুলি শ্ৰদ্ধা নকৰিব পাৰে, তথাপি ধেমালিৰ পুতলা বুলি মৰম কৰি খেলিলেও লিখকে আনন্দ পাব !—প্ৰত্যেক লৰা ছোৱালীৰ হাতত দেখিলে মহা সুখ অনুভৱ কৰিব !—আৰু লুটিয়াই বগৰাই জ্যোতি পুতলাৰ অঙ্গ প্ৰত্যঙ্গ বিলাক চালে নিজকে নিজে ধন্য মানিব !

অৱশেষত ইয়াকে কওঁ যে, মোৰ বকৰাণিত গজা সাহিত্য পুলিটি সাৰ পানী দি ডাঙৰ দীঘল কৰোতা শ্ৰীযুক্ত কমলনাথ ভূঞা মহাশয়ৈলে আৰু জ্যোতিৰ কেইটামান অনাৱশ্যকীয় পদ্য বাদ দিবলৈ কোৱা (বাদ দিয়া হৈছে) শ্ৰদ্ধাস্পদ শ্ৰীযুত বসন্তকুমাৰ বৰুৱা মহাশয়লৈ তেওঁলোকৰ অভাজন ছাত্ৰ লিখকে ভক্তিৰ শৰাই আগ বঢ়াইছে ।

আচল কথা,—মোৰ সুহৃদ বন্ধু শ্ৰীযুত ভাবিৰাম কলিতাই কিতাপ খন ছাপা কৰি উলিৱাত আৰু মোক উৎসাহ দিয়াত তেওঁক অন্তৰেৰে শলাগ জনাইছো ।

ডোলাকাষৰীয়া চুক,
তেজপুৰ,—আসাম ।
১৯২৬

বাইজৰ আশীৰ্ব্বাদ ভিক্ষাৰী
লিখক ।



# সূচীপত্র।

——o——




# জ্যোতি ।

(১)

মহা অন্ধকাৰ নিশা নেদেখি একোকে হায়,
ধৰণী কোলাত থকা সৰু-বৰ বস্তুবোৰ ;
কে'উপিনে অন্ধকাৰ কেনিও জোনাক নাই,
বিৰাজিছে যামিনীয়ে পিন্ধি ক'লা সাজজোৰ ।

(২)

এনেতে কোনোবা পিনে বিজুলী চমক পৰি,
ঘোপ্‌মৰা অন্ধকাৰ কেনিবা আতৰি গ'ল
আন্ধাৰে জ্যোতিৰ কাষে সাদৰে প্ৰণাম কৰি,
সকাতৰে ক্ষন্তেক'লে কেনিবাদি লুপ্ত হল ।

(৩)

তেতিয়া, যেতিয়া জ্যোতি পৰে অন্ধ-পৃথিবীত,
গোটেই অৱনী প্ৰায় জোনাকৰ ৰাজ্য হয় ;
হেৰোৱা পথিকে বাট হই মহা হৰষিত,
এখোজ দুখোজ কৰি পুনৰাই খোজ লয় ।

(৪)

আমিও পথিক আজি ইহ ভৱ-সংসাৰত,
আন্ধাৰ চাৰিও পিনে জোনাকৰ লেশো নাই ;
জ্যোতি, বিৰাজ কৰি এই মহা আন্ধাৰত,
জ্ঞান-জ্যোতি দান কৰি দিয়া পথ দেখুৱাই ।

(৫)

অতদিন জ্যোতি-শূন্য কণাৰ নিচিনাক'ই,
নেদেখি পোহৰ ক'তো আন্ধাৰতে আছোঁ পৰি ;
আলোক দিওঁতা নাই অন্ধকাৰ যাবল'ই,
তোমাৰ বাহিৰে জ্যোতি, জ্ঞান আলো দান কৰি ।

(৬)

(মোৰ) ভব জেউতিত যেন গোটেই আন্ধাৰ ভূমি,
পোহৰেৰে পূৰ্ণ হয় এয়ে মাথো ভাৱনা ;
থাকিবা সদায় জ্যোতি, পোহৰ বিলাই তুমি,
ঈশ্বৰৰ ওচৰত এয়ে শেষ কামনা ।

১৯২৫

—— ০ ——

# মোৰ জন্মভূমি ।

(১)

হিমালয়ে উত্তৰত,
সমুদ্ৰই দক্ষিণত,
প্ৰণমিছে যাক নিতে,—শিৰত—পাৱত,
সেয়ে মোৰ জন্মভূমি স্বৰ্ণৰ ভাৰত ।

(২)

পূবত আছে যাৰ গিৰি পাতকাই ;
দ্ৰুতবেগে পশ্চিমত সিন্ধু ব'ই যায়,
মহা কবি য'ৰে পৰা
হই জন্ম বসুন্ধৰা
উজ্জ্বলালে লিখি মহা কাব্য মনোৰম,
সেয়ে মোৰ জন্মভূমি,—ভাৰত অসম ।

(৩)

চাৰিও বেঁদৰে য'ত আছে জন্মস্থান,
পূজিলে ঈশ্বৰ য'ত কৰি সাম গান ;
নানা শাস্ত্ৰ আলোচনা
বীৰ আৰু বীৰাঙ্গনা
ল'ই জন্ম হ'ল য'তে মৰিও অমৰ,
সেয়ে মোৰ জন্মভূমি আহি জগতৰ ।

(৪)

মহাধৰ্ম্মী, মহাকৰ্ম্মী, মহাবীৰ হ'ই,
কৰিলে যাকেই শ্ৰেষ্ঠা সকলোতক'ই ;
অৱতাৰ শ্ৰীকৃষ্ণ,
প্ৰহ্লাদ মহা বৈষ্ণ্য,
লভিলে য'তেই জ্ঞান সমস্ত বিশ্বৰ,
সেয়ে মোৰ জন্মভূমি আহি জগতৰ ।

(৫)

ভাতৃ প্ৰেম-ডোল-বন্ধ ৰাম-লক্ষ্মণৰ,
য'তেই জনম স্থান আৰু বাৱনৰ
সীতা আৰু দময়ন্তী,
আসামৰ জয়মতী,
মহাসতী সকলৰ জনম যত্তেই,
মনোৰম শ্ৰেষ্ঠা মোৰ জন্মভূমি সেই'

(৬)

বীৰ প্ৰসৱিনী নাম যিখনি দেশৰ,
নানান্ ধাতুৰ আছে যত্তেই আকৰ,
তেৱেঁ জন্মভূমি মোৰ,
বৰ্ণনাৰ নাই ওৰ,
পৃথিবী পূজিতা দেবি, চেনেহৰ আই,
দিয়া যেন জ্ঞান-জ্যোতি পুত্ৰক বিলাই ।

১৯২৬

———০———

# প্ৰাৰ্থনা ।

(১)

( প্ৰভো. )　　কৰিছো মিনতি
অধম মুৰ্খই,
　　তোমাৰ চৰণ কমলে পৰি,
দিয়া যেন জ্যোতি,
তত্ত্ব জেউতিৰ,
　　মহা অধমক কৃপা কৰি ।

(২)

আজ্ঞ দিয়া যেন,
শুভ জ্ঞান মন,
　　তত্ত্ব স্থজিত মুৰ্খ দাসক ;
মনৰ কুচিন্তা,
নিয়া আতৰাই ;
　　দিয়া স্থান পৱিত্ৰ ভাৱক ।

(৩)

লোকৰ দুখত
দুখী হবল'ই
　　চিৰকালে মোৰ মতি দিয়া ;
পাৰো যেন প্ৰভো,
গুচাব আন্ কি,
　　দুখীয়াৰো চিৰ হুমুনিয়া ।

(৪)

আশ্ৰয় বিহীন
লোকৰ লগত,
    যেন চকুলো দুধাৰি বয়;
ক্ষণা-অকৰাৰ
সহায়ৰ হেতু,
    হাত দুটি যেন দানী হয়।

(৫)

চেনেহ বিলোৱা
দুখত দুখীয়া,
    দেখিছো আমি চকুত যাক
তেনে মাতৃৰ
আৰু দেউতাৰ,
    যেন চৰণে ভকতি থাকে।

(৬)

উঠিব নোৱাৰা,
ৰোগী সকলৰ,
    প্ৰতি পালনত যেন আমি,
নিজৰ স্বাৰ্থ
কাতি কৰি থ'ই
হব পাৰো প্ৰভো অগ্ৰগামী।

(৭)

মাননীয় লোক
দেখিলে সদায়,
যেন ভকতি উপচি পৰে ;
গুৰু সকলক,
অতি ভকতিৰে,
শিষ্য সকলে কৰাৰ দৰে।

(৮)

দুয়োটি হাতকে,
যেন মোৰ প্ৰভো,
দানী অতি হব লই দিয়া ;
তাৰ লগতেই
কৰুণাৰ হেতু
আৰু এখনি কোমল হিয়া।

(৯)

দেশৰ নিমিত্তে
গোটেই জীৱন,
পাৰো যেন আমি দিব দান ;
পিন্ধাব পাৰিম
মাতৃৰ কণ্ঠত
যেন গৌৰব অসম মান।

(১০)

আছে যত প্ৰভো,
অসৎ স্বভাৱ,
সকলোকে তুমি ধ্বংস কৰা ;
চিৰকাল যেন
সবল সুচিত,
হয় অধমৰ দুগুণে চৰা ।

(১১)

চিৰকাল যেন
মন মোৰ প্ৰভো,
ধৰমৰ পিনে পিচলি যায় ;
অসৎ কামত
হিয়া যেন মোৰ
হয় নিচিনা মৰাৰ প্ৰায় ।

(১২) ৩

শিক্ষা দিক্ষা দিয়া
গুৰু সকলক
ভাল পাবল'ই মতি দিয়া ;
তব চৰণত
তব অনুগতে,
কৰিছো শত ভক্তিৰে সেৱা ।

(১৩)

শিক্ষা-সোপানৰ

অভ্যুচ্ছ স্তৰত,

ক্ৰমে নিভ'উ খোপত খোপে,

পাৰো যেন প্ৰভো,

অতি আনন্দেৰে

ৰগাব দাসে দোপত দোপে।

(১৪)

অৱশেষে প্ৰভো,

মুৰ্খ অসুগতে,

কৰিছো প্ৰাৰ্থনা তব চৰণত ;

ৰাখা যেন প্ৰভো,

আপদে বিপদে,

দুখীয়া দাসক চিৰজীৱনত।

১৯২৫

# শ্রীশ্রী৺শঙ্কৰদেৱ ।

চৌদ্দশ উনপঞ্চাশ খৃষ্টীয় শকত,
উপজিলা তুমি গুৰু সংসাৰ ক্ষেত্ৰত ।
দুদিনতে লিখি পঢ়ি জ্ঞান পালা সংসাৰৰ,—
আচল নিখুত বস্তু 'ধৰমহে' মানুহৰ ।
সেই অৰ্থে তুমি গুৰু মন প্ৰাণ সপি দিলা,
এক ঈশ্বৰত বিনে সকলোকে পাহৰিলা ।
লুপ্ত প্ৰায় বৈষ্ণৱ ধৰ্ম্ম পুনু তুমি প্ৰতিষ্ঠিলা,
তোমাৰ মাহাত্ম্য দেৱ জগতক দেখুৱালা
কীৰ্ত্তন, দশম, স্কন্ধ আদি পুথি আসামৰ,
ৰচিলা, ভাঙিলা দেৱ হেতু পাপ মোচনৰ ।
তৱ মাহাত্ম্যৰ কথা নোৱাৰো বৰ্ণাব হায়,
অধম, মূৰুখ আমি সিমান শকতি নাই ।
দানিলা সুধৰ্ম্ম দেৱ চকুৰি বছৰ থাকি,
স্বৰ্গগামী হলা পাচে নাৰাখি একোকে বাকী ।
দিয়া আশীৰ্ব্বাদ দেৱ বৈকুণ্ঠ ধামৰপৰা,
হবল'ই মোৰ মন ধৰ্ম্মত একাঠি চৰা ।

১৯২৪

—— ০ ——

# শ্ৰী৺মাধৱ দেৱ।

(১)

কোন আজি কোন নাই আসামৰ মাজে,
শোক বেণু বাজে,
বেজাৰৰ সাজে,
কিয়নো আসাম মাতৃ দুখত বিৰাজে ?

(২)

চৰাই চৃকতি আজি গছে গছে পৰি,
মধুগীত এৰি,
কৰ্ত্তব্য নকৰি,
কিয়নো বেজাৰ কৰে আকাশত উৰি ?

(৩)

নব সমাজত আজি উক্ৰমি কিহৰ ?—
শোক-বেজাৰৰ,
কিবা অভাৱৰ,
কিবা এটি নাই যেন অসমাকাশৰ।

(৪)

ইকি আচৰিত ! আজি স'উ আকাশত,
অতি উলাহত,
নব আবেগত,
পিন্ধাইছে পুষ্প-মালা মাধৱ-শিৰত।

(৫)

দেৱ, কিয়নো তুমি সংসাৰ এৰিলা,
শোকাগ্নি জ্বলালা,
দুখত পেলালা,
আসাম মাতৃক কিয় অকলে ত্যজিলা ?

(৬)

উপজিলা হেতু তুমি পাপ মোচনৰ,
ভৱ-সাগৰৰ,
সকলো জীৱৰ,
সেই দেখি পালা সুখ শেষে স্বৰগৰ ।

(৭)

থাকা, থাকা, থাকা, তুমি স্বৰগ-ধামত,
মহা আনন্দত,
প্ৰভুৰ লগত,
না আকি বিশ্বৰ ছবি তৱ হৃদয়ত ।

(৮)

নহয়, নহয় তুমি বিশ্বল'ই চোৱাঁ,
বিশ্বগান গোৱাঁ,
দয়াবান হোৱাঁ,
যেন তুমি আসামক শোকত নোথোৱাঁ ।

(৯)

কৰিলা শিক্ষিতা তুমি পূব ভাৰতক,
সকলো জীৱক,
মহান্ মূৰ্খক,
তুমিয়ে কৰিলা দেৱ, জ্ঞানী ও ৰচক।

(১০)

অভাৱ, অভাৱ যেন বিশ্ব ভঁৰালত,
কবি-আকালত,
গোটেই দেশত,
হইছে ব্যাকুল হায়, তথু অভাৱত।

(১১)

এৰি শাক্ত ধৰ্ম্ম তুমি শঙ্কৰ কাষত,
বৈষ্ণ্য ধৰমত,
লিখি নিজ মত,
কৰিলা প্ৰচাৰ তুমি শিষ্যৰ মাজত।

(১২)

হেৰোৱা বৈষ্ণব ধৰ্ম্ম তোমাৰ যত্নত,
গোটেই দেশত,
একেটি সত্যত,
সকলো তন্ময় হল তোমাৰ প্ৰেমত।

(১৩)

লিখিলা অনেক পুথি ভক্তিৰ ঈশ্বৰ,
নামঘোষে কীৰ্ত্তনৰ,
নানা কাব্যে অসমৰ,
প্ৰকাশিছে তত্ৰ কীৰ্ত্তি অজৰ অমৰ ।

(১৪)

খৃষ্টীয়ৰ পোন্ধৰ শ শুঠৰ শকত
সংসাৰ ক্ষেত্ৰত
উপজি শেষত
গলা তুমি স্বৰ্গলৈ স্বৰ্ণ-বিমানত ।

(১৫)

কৰিলা কৰ্ত্তব্য শেষ হলা স্বৰ্গগামী,
কিন্তু দেৱ আমি,
সংসাৰত নামি,
প্ৰকাশিছোঁ মাথোঁ নিজ অধম মূৰ্খামি

(১৬)

বিলালা সৌৰভ তুমি ধৰ্ম্ম কুসুমৰ,
তত্ৰ পুস্তকৰ,
হই খনিকৰ,
বিশ্বৰ মাজত থকা ক্ষুদ্ৰ আসামৰ ।

(১৭)

দিয়া আশীর্ব্বাদ দেৱ শিষ্যক তোমাৰ,
দিয়া কবি ভাব,
জ্বলোৱা হিয়াৰ
অজ্ঞান আন্ধাৰ খনি আকʼউ এবাৰ।

(১৮)

পৰিলে আন্ধাৰ আহি আসামাকাশত,
শিষ্যৰ মনত,
কৰি সব ক্ষত,
জ্বলাবা জ্ঞানৰ বন্তি অসম ৰাজ্যত।

(১৬)

( প্ৰভো তৱ )

আসাম জীয়াৰী যেন জ্ঞানৱতী হয়,
নাম যেন ৰয়,
হোক জয় জয়,
এয়ে আশা সকলোৰে মাথো দয়াময়।

১৯২৫

——০——

## ৺লম্বোদৰ বৰা।

কোন স'উ জন স্বৰগ মাজত
আছে একেথিৰে ৰ'ই,
কাৰ সউধাৰ পৰিছে মাটিত
ধীৰে চকু পানী ব'ই ?
স্বৰ্গৰ দেৱতা সকলোৱে মিলি
কাকনো সাবটি ধৰি,
কৰিছে মৰম দিছে অশীৰ্ব্বাদ
কেউপিনে লৰি লৰি ?
স্বৰগৰ সঁউ অপেশ্বৰী সবে
একেলগে গীতি গাই,
কাকনো আনিছে আদৰি সাদৰি
আছে কাক থিৰে চাই ?
বৈকুণ্ঠ পতিয়ে সউধাৰ মালা
কাক পিন্ধাইছে গ'ই
কোনে মন মাৰি আছে সেৱা কৰি
শোক মালাধাৰি ল'ই ?
ইকি আচৰিত ! স্বৰ্গদেৱ সৱে
একে সুৰে দেখো কয়,—
"দুখুনী আসাম মাতৃৰ ৰতন
জয় লম্বোদৰ জয়"।

আসাম মাতৃৰ লম্বোদৰ যৰা
আছিল সুযোগ্য ৰত্ন,
কিৰিছিল তেওঁ উন্নতিৰ হেতু,
আসাম বাসীৰ যত্ন।
কৰিছিল তেওঁ সাহিত্য সেৱাত
আপোনাৰ স্বাৰ্থ ব্যৰ্থ,
দানিছিল তেওঁ সকলোকে ম'উ
প্ৰকাশি মনৰ অৰ্থ।
ওঁঠৰশ আৰু চৌদ্ধ শকাব্দীত,
কৰি লীলা সমাপন,
ডেকা বয়সতে গল গুচি তেওঁ
কৰি স্বৰ্গ আৰোহণ।
বাঙলি ব'হাগ বিহু আৰু তেওঁ
নোৱাৰিলে চাবল'ই,
আসামবাসীক এৰি গুচি গল
শোকত পেলাই থ'ই।
এই সকলোকে এৰি গুচি কিয়
সাহিত্য বনৰ পৰা,
গলাগ'ই দেৱ তুমি স্বৰ্গল'ই
হ'ই এটি ভোটা তৰা ?
তোমাৰ শোকত আসাম জননী
আজি শোকাকুলা প্ৰায়

আসামবাসীয়ে তোমাকেই দেৱ,
আছে হেপাহেৰে চাই।
গছৰ চৰাই, চিৰিকতি সৰে
বেজাৰেৰে উৰি উৰি,
তোমাকেই দেৱ বিচাৰি ফুৰিছে,
কেউপিনে ঘূৰি ঘূৰি।
( হায় ! ) কোনেনো লিখিব শকুন্তলা দৰে
সংস্কৃত ভাঙনী কাব্য,
কোনেনো লিখিব আনন্দ-পাতনি'
শুনুনি মধুৰ শ্ৰাব্য।
লৰাবোধ আৰু জ্ঞানোদয় দৰে
পুঁথি কোনেনো লিখিব,
সাহিত্য বনৰ কাব্য মালাধাৰি
কোনেনো নিত'উ গাথিব ?
কোনেনো সদায় দেশোন্নতি বাবে
সভা-সমিতি পাতিব,
কোনেনো নিজৰ স্বাৰ্থ তিয়াগি
দেশৰ নিমিত্তে ভাবিব।
আছিলা তুমিয়ে আসামাকাশত
তোটা তৰা দৰে জ্বলি,
বিলালা তুমিয়ে জ্ঞানৰ আলোক
সকলোকে নিজ বুলি।

গমিৰি-গাৱঁত দুখত পড়িলা
　　　　ল'ই দেৱ পুথি ফলি,
কিন্তু আসামত জ্যোতি বিভৱিলা,
　　　　শশাঙ্কৰ দৰে জ্বলি।
নগন্যৰ পৰা লাহে লাহে দেৱ,
　　　　হলাহি পাচত গণ্য,
তোমাৰ যতন, উদ্যমৰ বাবে
　　　　তুমি আজি দেৱ ধন্য।
সকলোৰেই পৰা সহিলা কতনো
　　　　অসহনি দুখ কষ্ট,
ৰাখিলা সুনাম এই পৃথিৱীত
　　　　কৰি ৰিপু বৈৰি নষ্ট।
যোৱাঁ দেৱ তুমি অশেষ যত্নত
　　　　স্বৰ্গ হেন ৰাজ্য পালা,
তাৰেপৰা যেন সাহিত্যৰ ৰস
　　　　মৰ্ত্ত্যত নিতউ ঢালা।
তৱ আহি লই আসামবাসীয়ে
　　　　যেন উধাৰ পাৰে,
শিক্ষা সোপানত বগাবৰ হেতু
　　　　যেন চেষ্টা নিতে কৰে।
( যেন ) আসাম ৰিলত ফুলক আক'উ
　　　　শত, শত লম্বোদৰ,

ভাবে সহায়ত আসাম জননী
হোক শ্ৰেষ্ঠা জগতৰ।

১৯২৫

---

# মহাসতী জয়মতী।

মৰ্ত্ত্যৰ মানৱলীলা,
কিয় তুমি সামৰিলা,
কিয়নো ছেদিলা তুমি ভৱ-প্ৰেম-ডোল
স্বৰগ প্ৰেমত কিয় গলা তুমি ভোল ?
স্বামীপুত্ৰ ত্যাগ কৰি,
নিজ জন্মভূমি এৰি,
কিয় দিলা দ্ৰুতবেগ স্বৰগৰ ফালে,
ত্যজিলা মৰ্ত্ত্যৰ সুখ কিয় চিৰকালে।
ক'ত তৱ গদাধৰ,
পুত্ৰদ্বয় মৰমৰ,
নোচোৱাহি কিয় দেবি, বিৰাজি মৰ্ত্ত্যত,
কিয় অত পাচ হলা তৱ কৰ্ত্তব্যত ?
স্বৰ্গ-অপেশ্বৰী হ'ই
মৰতত জন্ম ল'ই,
সাধিলা কৰ্ত্তব্য তুমি স্বৰগৰ দৰে,
দানিলা দৃষ্টান্ত তুমি সতীত্ব গুণেৰে।

ৰাখিলা সতীত্ব দেৱি,
প্ৰভুৰ চৰণ সেৱি,
কতনো সহিলা তুমি—দুখ অসহনি—
সংসাৰৰ দুখ যত—তোমাৰ জুৰণি।
সহিলা অনেক দুখ,
সেই হেতু স্বৰ্গ সুখ,
ভুগিছা গৌৰব দানি আসাম দেশৰ,
আসাম পূজিতা আজি সেই গৌৰবৰ।
নোৱাৰে সুজিব ধাৰ
আসাম বাসীয়ে তাৰ,
যি সতীত্ব দেখুৱালা গোটেই দেশক,
সেইবাবে তৱ গুণ দুগুণে জ্বলক।
তুমিয়েই অমৰত্ব
সকলোৰে মহাসত্য,
দেখুৱালা জগতক প্ৰত্যক্ষ প্ৰমাণ,
—অমৰ অমৰাৱতী তোমাৰে বিমান।
চন্দ্ৰ আৰু দিবাকৰ,
( দুয়ো প্ৰাণ জগতৰ )
থাকে যানে দিনে ৰাতি আলোক বিলাই,
থাকিব তোমাৰো কীৰ্ত্তি মৰ্ত্ত্যত জীয়াই।
তোমাৰ আহিকে লই
সাধ্বী সতী হবলৈ

আসাম বালিকা বৃন্দে যেন চেষ্টা কৰে,
তোমাৰ সতীত্ব যেন দুগুণে বিস্তাৰে।

১৯২৫

---

## আই।

(১)

কতদিন কষ্ট সহি
তুমি মাতৃ দেৱি,
জন্ম দিলা মোক ;
প্ৰসৱ বেদনা পাচে
হলা আনন্দিত
পাহৰিলা শোক।

(২)

তোমাৰ কাৰণে দেৱি,
ইহ সংসাৰত
দেখিচো সকলো,
তেতিয়াৰে পৰা মই
হই হৰষিত
যেবে জন্ম পালো।

(৩)

তোমাৰ কাৰণে আজি
লগৰীয়া লই
ফুৰো পথাৰত ;

উমলি উমলি মই
নিশ্চিন্ত মনেৰে
খেলো আনন্দত।

(৪)

সংসাৰৰ আচৰিত
সকলো বস্তুকে,
দেখিব পাৰিছো;
চৰায়ে গছত পৰি
গীত গোৱা আই,
ৰঙেৰে শুনিছো।

(৫)

গৰু, মহ, হাতী, ঘোঁৰা,
সকলো প্ৰাণীকে
জন্ম পোৱা হেতু,
পাৰিছো জানিব আৰু
আকাশত থকা,
মহা ধুমকেতু।

(৬)

জন্ম দিয়া দেখি তুমি
বন্ধু সবে সঁতে
বিদ্যা মন্দিৰত,

কত সুখে শিক্ষা কৰো
গোটেই বিশ্বৰ,
অতি আনন্দত ।

(৭)

বিনন্দীয়া সংসাৰৰ
দেখিছো সকলো
তোমাৰ কাৰণে,
থাকে যেন ভক্তি দেবি,
কৰিছো কাতৰ
তোমাৰ চৰণে ।

১৯২৫

—— o ——

## কুলি ।

(১)

বসন্ত কালত কুলি,
কুউ কুউ কুউ বুলি,
যেতিয়া চিয়ঁৰা,
তেতিয়া তোমাৰ ধ্বনি,—
হৃদয় জুৰায় শুনি
মন-প্ৰাণ হৰা ।

(২)

আকাশেদি উৰি উৰি,
নিকুঞ্জ-মাজত পৰি,
গালে এটি গীত,
নিৰস প্ৰাণত মোৰ,
পৰেহি প্ৰেমৰ ঘোৰ,
ভোল যায় চিত।

(৩)

তুমিয়ে বসন্ত ৰাণী,
যেতিয়া তোমাৰ বাণী,
ওলাই ঘনাই,
জগত মোহিত হয়,
কৰ্ত্তব্য পেলাই থ'ই,
সকলোৱে চায়।

(৪)

তোমাৰ গীতত হায়,
ভাবুকৰ ভাবো যায়,
তুমি অপেশ্বৰী ;
গোৱাহি ইয়াত গীত,
হ'ই অতি হৰষিত,
পঞ্চসুৰ ধৰি।

(৫)

তুমি অতি বিতোপন,
তোমাক দেখিলে মন,
কৰে উৎপাত ;
ক'ৰ পৰা তুমি তাহি,
গোঁৱাহি কুলিটি আহি,
সঙ্গীত ইয়াত ?

(৬)

বসন্তকে চুমি চুমি,
গোটেই দেশতে তুমি,
ফুৰা উৰি উৰি,
ক'তো তব দুখ নাই,
সুখতেই কাল যায়,
কুঞ্জে কুঞ্জে ঘূৰি

(৭)

য'তেই বসন্ত হয়,
ত'তেই কোকিলময়,
বসন্ততে কুলি,
উপদেশ দান কৰা,
তোমাৰ ঠোঁটৰপৰা,
চিৰ সুখী বুলি ।

(৮)

সদায় ফুলিটি তুমি,
কুঞ্জৰ মাজেদি জুমি,
গাবা এটি গীত,
হেপাহে তোমাক চাম্
মনত আনন্দ পাম
থাকি পৃথিবীত ।

১৯২৫

---

## বেজাৰ ।

(১)

মৰিলে বেজাৰ হয় নাৰী সকলৰ,
জীৱনৰ একমাত্ৰ স্বামী বল্লভৰ ।
নোৱাৰে সহিব মহা বিৰহ যাতনা,
পৰেহি মনত যেবে প্ৰেমৰ চেতনা ।
ৰাউচি ৰাউচি কান্দে হিয়া ভুকুয়াই,
নিজৰ জীৱন দিয়ে শোকত উটাই ।

(২)

সেই দৰে আজি মই পৰিছো শোকত,
উদিছে নানান্ ভাৱ বেজাৰ মনত ।

সুখে-দুখে এটি লগৰীয়া জীৱনৰ,
পৰিল মুখত অতি মই মৰণৰ।
লগৰীয়া ভেঙুঁ মোৰ মৰমৰ ভনী,
জ্বলিছে হিয়াত মোৰ বিৰহ অগনি।

(৩)

অত ভাল পোৱা তুমি নেওচি এৰিলা,
অকলে শোকত মোক থ'ই গুচিগলা।
যোৱা সোন যোৱা তুমি থাকা স্বৰগত,
দিছো আশীর্ব্বাদ মই থাকি সংসাৰত।

(৪)

প্ৰবেশিছো সংসাৰত জীৱ এটি পাই,
সকলোটি দুদিনীয়া পিতৃ-মাতৃ-ভাই।
কৰিছো মৰম থাকি দুদিন ইয়াত,
কান্দিছো মূৰুখ হ'ই মৰণ হোৱাত।
প্ৰভুৰ সৃষ্টিত কোনো জন্মিব মৰিব,
সংসাৰৰ ৰীতি ইটো হাঁহিব, কান্দিব।

১৯২৫

———o———

# গোলাপ।

(ইংৰাজীৰ The Rose নামে কবিতাৰ ভাঙনী।)

কেনেনো ধুনীয়া গোলাপ ফুলটি
প্রস্ফুটিত হই থকা বসন্তকালত,
ধুনীয়া পাহিবে দেখিলে এটিক
কিমান আনন্দ লভো আমাৰ মনত।
কিন্তু যেতিয়া লেবেলি শুকাই
নাথাকে অলপো শোভা এই ফুলটিৰ,
তথাপিও এক অমৰণ গুণে
কৰিছে ইয়াৰ যশ অতিকে গভীৰ।
যেতিয়া ইয়াৰ মিহি পাহিবোৰ
বৰণ নোহোৱা হই একেলগে মৰে,
আমাৰ মাজত তথাপি ইয়েই,
সুবৃদি সুন্দৰ গোন্ধ বিতৰণ কৰে।
সিদৰে আমাৰ জীৱনত ফুলা,
যৌৱন আৰু সৌন্দৰ্য্যৰ অমৰত্ব নাই,
যদিও সুন্দৰ তুমো পাহিফুল,
নোৱাৰো ধৰিব ৰাখি এটিকো সদায়।
হেপাহৰ ধন, যৌৱন সৌন্দৰ্য্য
কালৰ সোঁতত ক্রমে ক্ষয় হব ধৰে,

জীৱনত ফুলা হুয়ো পাহিকুল,
মৃত্যুৰ কোলাত শোৱে গোলাপৰ দৰে।
তেনেহলে আমি নহওঁ কদাপি
গৌৰবী নিজৰ সেই যৌৱন ৰূপত,
ঈশ্বৰক সেৱি ভাল কাম কৰি
লভিম অমৰ নাম মৃত্যুৰ পাচত।

১৯২৫

---

## কৰ্ত্তব্য।

(১)

আহিছে বসন্ত আজি কত চেও ধৰি,
ফুলনিৰ ফুলকলি সকলো ফুলিছে;
আনন্দৰ কণাবোৰ কেউপিনে উৰি,
সকলোৰে হৃদয়ত প্ৰবেশ কৰিছে।

(২)

উষাক সাবটি ধৰি পূবৰ অৰুণে,
কৰিছে নানান প্ৰেম হই বলীয়ান;
ডেকাৰ আগত আজি ভীষণ মৰণে
নতশিৰে প্ৰণমিছে হই ম্ৰিয়মান।

(৩)

নিকুঞ্জৰ মাজে মাজে বনৰ পক্ষীয়ে,
গাইছে বিভোল হই সুললিত গীত ;
কে'উপিনে জগতৰ সাদৰী প্ৰণয়ে,
মাৰিছে ভুমুকি কৰি সকলো মোহিত ।

(৪)

পৰ্ব্বতৰ নিজৰাটি নিজৰি নিজৰি,
একেৰাহে এক মনে কৰ্ত্তব্যৰ ক্ষালে,
কলু কলু ৰবে বয় ঈশ্বৰ সুৱঁৰি,
কৰিবলগীয়া কাম কৰি চিৰকালে ।

(৫)

ফুলনি ভ্ৰমণ কৰি সকলো ভোমোৰা,
চুহি চুহি ম'উৰস হ'ইছে বিভোল ;
সাধিছে কৰ্ত্তব্য সবে মানুহে নোৱাৰা,
জীৱন উছৰ্গা কৰি হই বিয়াকুল ।

(৬)

দেশৰ মঙ্গল হেতু ৰাজদণ্ড ধৰি,
প্ৰজাৰ পালক আজি সকলো ৰজাই,
এক মনে এক প্ৰাণে প্ৰভু-সেৱা কৰি,
প্ৰজাহিতকৰ বহু ভাবিছে উপায় ।

(৭)

সকলো প্ৰাণীকে ভাৰ বোৱা বসুমতী,
ঘূৰি ঘূৰি একেৰাহে আপোন কক্ষত ;
কৰা নাই বন্ধ সেই নিজ ঘূৰা গতি,
গইছে ওপঙি মাথো কৰ্ত্তব্য-সোঁতত।

(৮)

আকাশৰ গ্ৰহ, তৰা ওলমি শূন্যত,
মনিব নোৱাৰা এক নমনা জৰিৰে,
ঈশ্বৰৰ গুণ গাই একেটি পথত,
আছে বান্ধ খাই সবে অমৰ প্ৰেমেৰে।

(৯)

মুনি সকলৰ দৰে মহান্ ধ্যানত,
মহিধৰে প্ৰণমিছে ঈশ্বৰৰ সদায় ;
লাগিলে বেজাৰ হায় এবাৰ প্ৰাণত,
দিয়ে নদী-চকু-পানী শোকত বোৱাই।

(১০)

বেজাৰৰ চকু-পানী টোপা পৰ্ব্বতৰ,
লাহে লাহে মিল যায় সমুদ্ৰ-আজত,
সাগৰৰ পৰা পুনু ৰ'দে সূৰুযৰ,
নিয়ে শুহি হেপাহেৰে নিজৰ প্ৰাণত।

(১১)

এইদৰে সকলোৱে মহা প্ৰভু বাণী,
শিৰে ল'ই কৰ্ত্তব্যত ঘূৰিছে সদায় ;
আমিও তাকেই ল'ই ঈশ্বৰকে মানি,
কৰ্ত্তব্যত যাওঁ লাগি সত্যক ধিয়াই।

১৯২৫

## মনুষ্য-জীৱন।

(১)

ৰথৰ চকৰি ঘূৰি যাওঁতে যাওঁতে
লক্ষ কৰা স্থান পায়গ'ই ;
মনুষ্য-জীৱনে পায় নিজে অহা স্থান,
গম্য-পথ শেষ হ'ই হ'ই।

(২)

ৰৰষুণ দিলে পানী হয় সাগৰত,
—সাগৰৰে পৰা ৰৰষুণ—;
ঈশ্বৰৰ পৰা হয় সৃষ্টি মনুষ্যৰ
ঈশ্বৰতে যায় পুনু লীন।

১৯২৬

—•—

# ব্ৰহ্মপুত্ৰ নদ।

ক'ৰপৰা কেনি বই ব্ৰহ্মপুত্ৰ তুমি ন'ই
আহিছা ওলাই,
একেৰাহে ব'ই ব'ই সাগৰৰ ফালল'ই
গইছা সদায়।
তোমাৰ জনমস্থান নেকি অতি বিতোপন
তুমি তাৰেপৰা,
ব্ৰহ্মপুত্ৰ নাম ধৰি আহিছা ঈশ্বৰ স্মৰি
বগা কৰি ধৰা ?
বাৰিষা যেতিয়া আহে তোমাৰ বুকুত ভাহে
কত নাও ভুৰ,
কাকো তুমি নিঘিণাই নিয়া মাথো উটুৱাই,
হই অতি জুৰ।
তোমাৰ বুকুত কত ভাপনাও শত শত
ফুৰে উটি বুৰি,
ব'ঠাই কতনো স্থানে সহেনে তোমাৰ প্ৰাণে
সকলো পাহৰি ?
'পুত্ৰ' নাম তুমি ধৰা নোহোৱা কদাপি জৰা
সদায় লৰাই,

জোৰাৰি দেখিব দুখ দিয়া সকলোকে সুখ
সমানে বিলাই।
গ'ই থাকা তুমি ন'ই চিৰকাললৈকে বই
ইহ জীৱনত,
সভক্তিৰে তুমি মানি দিয়া জলকৰ আনি
সমুদ্ৰ পাৱত।
তোমাৰেই পৰা আমি লই প্ৰভু অন্তৰ্য্যামী,
শিৱত সদায়,
থাকিম কৰ্ত্তব্য পালি নিবা আশীৰ্ব্বাদ ঢালি,
যেন নিমিণাই।

১৯২৫

---

## স্বৰ্গ।

(১)

যি দেশত দুখ-শোক একোৱেই নাই।
প্ৰেম-দয়া-ক্ষমা য'ত বিৰাজে সদায়,
হিংসা-ঈৰ্ষা, খোচা-খুচি আৰু মৰা-মৰি,
ৰাখিছে ঈশ্বৰে য'ত পৰাভূত কৰি,
সেয়ে স্বৰ্গ জগতৰ মনোৰম স্থান,
তাতে বাস কৰে প্ৰভু,—ঈশ্বৰ মহান্।

(২)

ধনী নির্ধনীৰ য'ত আসন সমান,
য'ত নাই সেই অতি ভীষণ মৰণ,
ইটোৰে সিটোৰে য'ত কৰে আলিঙ্গন,
সেয়ে স্বৰ্গ জগতত অতি বিতোপন।

(৩)

য'তে নিজৰণি ন'ই কলুকলু ক'ই
সদায় বইছে মনে ঈশ্বৰক ল'ই,
সংসাৰৰ দুখ-তাপ যতে নপৰশে,
সেয়ে স্বৰ্গ তাতে পুষ্প নিতউ বৰষে।

(৪)

চাৰিও পিনেদি যাৰ অমৃত বইছে,
য'তে পৰি বিহঙ্গই সঙ্গীত গাইছে,
নাচে য'তে অপেশ্বৰী ৰঙেৰে সদায়,
সেয়ে স্বৰ্গ জগতত অতি উচ্চ ঠাই।

(৫)

সুন্দৰ সুগন্ধি ফুল য'তেই ফুলিছে,
সদায় পূৰ্ণিমা ৰাতি যতে বিৰাজিছে,
আন্ধাৰৰ লেশো নাই যিথনি দেশত,
সেয়ে স্বৰ্গ ৰম্যভূমি বিশ্বৰ মাজত।

(৬)

যাৰে গাত নাই চেকা অসৎ গুণৰ,
যেয়ে এক মনে চিন্তে সদায় ঈশ্বৰ,
তেওঁৰে সেই স্বৰ্গপুৰী মনোৰম স্থান,
তাতে তেওঁ থাকে সুখে গোটেই জীৱন।

১৯২৫



## প্ৰেমিক-প্ৰেমিকা।

(১)

যেতিয়া পোহৰ দিয়ে,
আন্ধাৰক হৰি নিয়ে,
প্ৰভু-চাকিটিয়ে,
তেতিয়া তেওঁকে লই
হৃদয় পজাত থ'ই,
কয় বুলি প্ৰিয়ে।

(২)

তীব্ৰ অতি দিবাকৰে,
পদুমতে একেবাৰে,
দিলে মন-প্ৰান ;

লাজুকী পদুম দেহি,
সূৰ্য্যৰো উত্তাপ সহি,
কৰে মউ পান।

(৩)

আকাশৰ চন্দ্ৰমাই,
ধৰাত প্ৰেমিকা পাই,
কুমুদ-ফুলক ;
হেপাহেৰে চাই থাকি
দিয়ে প্ৰেম-মউ বাকি,
বিলাই চুম্বক।

(৪)

পৰ্ব্বতৰ সৰু জুৰি,
'ভাল পাম' বুলি ঘূৰি,
হই বিয়াকুল ;
ফুৰে স্বামী গুরু চাই
সমুদ্ৰকে পাচে পাই,
হয় অতি ভোল।

(৫)

তৃষ্ণাত কাতৰ হ'ই
স্বামী গুৰু পাবল'ই
দেবী বসুমতী,

নিতে খাপল'ই থাকে
পাই বৰ্ষা ল'ই তাকে,
কৰে প্ৰেম অতি ।

(৬)

বাগিছাৰ ফুলবোৰে,
সৌৰভ বিস্তাৰ কৰে,
আমাৰ মাজত ;
তাতে অলিকুল পৰি,
চুহি ম'উ প্ৰেম কৰি,
উৰে ৰভাহত ।

(৭)

কে'উপিনে ঘূৰি ঘূৰি,
'পাম' বুলি আশাকৰি
প্ৰেমিকা লভাই ;
ভাল পোৱা জগতত,
ফুৰে চাই জীৱনত,
ধৰাত বগাই ।

(৮)

নৰজাতি পৃথিবীত
হুই অতি হৰষিত,
প্ৰেম পুখুৰীত,

জোবোৰা নিভউ মাৰে,
কাক ক'ত প্ৰেম কৰে
জনাবো অতীত।

১৯২৫

—•—

# মিলন।

(১)

ওপৰে ওপৰে ফুৰে কত জীৱ উৰি,
ভৱ-সাগৰত ফুৰে চিনা জনা নাই ;
প্ৰেম-সাগৰত ফুৰে দিনে দিনে বুৰি,
প্ৰণয়-ডোলেৰে সবে বান্ধ খাই যায়।

(২)

আকাশত বিহঙ্গই আনন্দেৰে উৰি,
প্ৰেমৰ সৌৰভ দানে যোৰা যোৰ হই ;
দুটিৰ দুখনি হিয়া এ্যকেখনি কৰি,
প্ৰেম-সাগৰত দুবে চিৰকাললই।

(৩)

ওপজোতে ন'ইবোৰে জানো জানিছিল,
গ'ই গ'ই ক'ত পাব মিলনৰ স্থান ?—
নেদেখা নজনা ক'ই পাচে দেখো দিলে,
নিজৰ প্ৰেমিকা জীৱ সমুদ্ৰক দান।

(৪)

মাটিয়ে মাটিয়ে ফুৰা সাদৰি লভাই,
বৃক্ষস্বামী পাব বুলি জানো জানিছিলে ?—
অনভিজ্ঞ অৱস্থাতে বগাই বগাই
প্ৰেমিকা জীৱন তাতে উটুৱাই দিলে।

(৫)

ব্যক্তিগত সকলোটি প্ৰাণী গোট খাই,
শেহাস্তত ক'ত গ'ই হবনো মিলন ?—
সকলোৱে ঈশ্বৰৰ প্ৰেমগীত গাই,
আচলত উছৰ্গিব আপোন জীৱন।

১৯২৫

—— ० ——

# মিলন আৰু পাৰ্থক্যতা।

যেতিয়া আছিলো মই তোমাৰ লগত,
স্বৰগৰ অমিয়া পাটীত,
একে লগে তুমি মই আছিলো সদায়,
খোৰোচাৰ একেটি গাঁঠিত।
তোমাৰ হিয়াৰ স'তে মোৰো হিয়াখনি,
একেবাৰে মিল হ'ই যায়,
দুয়োখনি হিয়া লগ খালে এটিবাৰ
কাৰো কতো ভিন-পৰ নাই।

দুইও দুয়োকো কৰো কতনো চেনেহ,
যাওঁ পমি দুয়ো মৰমত,
ইটোৱে সিটোক নাথ নোৱাৰো এৰিব,
যাওঁ বুৰ প্ৰেম-সাগৰত।

বৃক্ষছায়া একেলগে সদায় শোভিত,
এটি বিনে নাশ দুয়োটিৰে ;
তোমাৰ বিনেও নাথ কোনোবা এদিন
পাম নাশ মইয়ো সিদৰে।

পানীৰ লগত পানী যেনে মিল হয়,
জুইৰ লগত জুই মিলে ;
তুমিয়ে মইয়ে নাথ সিদৰে সদায়
আছো মিলি দুয়ো চিৰকালে।

× × × × × ×

কিন্তু তুমি কৰ্ত্তব্যৰ বিমুখ নহই
মোক হায় পাৰ্থক্য কৰিলা ;
প্ৰেমিক জীৱন মোক নাৰাখি লগত,
সংসাৰত অকলে এৰিলা।

সিবাবে এতিয়া মোৰ হিয়া উদভীয়া,
আছো মই শূন্যত অকলে ;
নাই মোৰ প্ৰাণ-গুৰু তোমাৰ নিচিনা,
যাক মই ভাবিম নীৰলে।

তুমিয়েই জীৱনৰ একমাত্ৰ স্বামী,
তুমিয়েই মোৰ চিৰ প্ৰাণ ;
তুমি অবিহনে মোৰ নৰব জীৱন,
তুমি মোৰ মিলনৰ স্থান।

মিলাবা আকউ প্ৰভু লগত তোমাৰ,
দিবা স্থান তবু চৰণত ;
উদভীয়া জীৱ মোক নাৰাখি অকলে,
মিলাবা পুনৰ স্বৰগত।

১৯২৫

---

# সংসাৰৰ লীলা খেলা।

(১)

দেখিছো বিমান বস্তু আজি আমি জগতত,
নাথাকে কোনেও হায় সংসাৰত চিৰদিন ;
সকলোবিলাক প্ৰাণী দিনে দিনে লয় হয়,
শৰীৰৰ পঞ্চভূত মাটিতেই যায় লীন।

(২)

ফুৰিছে সকলো আজি আনন্দেৰে হাঁহি মাতি,
যেনেকই ভাও দিয়ে ভাৱনাত ভাৱৰীয়া,
যেতিয়াই যৱনিকা পৰিব অনন্ত হায়,
এৰিব ভেভিয়া সেই নিজ পজা ভুদিনীয়া।

(৩)

আজিয়েছে পিতা-মাতা আজিয়েছে বাইভনী
মৃত্যু হলে ভেওঁলোক আভৰতে দূৰ হয়,
দেখি যাক সকলোৱে যায় পমি মৰমত,
অস্তিমত তাক হায় শ্মশানত এৰি থয়।

(৪)

কৰিছে কোনোৱে বাস স্বৰ্ণ প্ৰাসাদৰ মাজে,
যায় দিন সুখতেই দুখ শোক একো নাই ;
এৰি বেজাৰেৰে হায়, সেই স্বৰ্ণ প্ৰাসাদকো,
সকলো বিলাক পাচে মহা বেগে গুচি যায়।

(৫)

গৰু, ম'হ, হাতী, ঘোঁৰা ( সংসাৰৰ জন্তুবোৰ )
কয় মাথো মিছাতেই 'আমাৰ' 'আমাৰ' বুলি-
অকস্মাতে যেইদিনা পাৰহি মৰণ কাল,
লাগিব নিশ্চয় যাব সেই সকলোকে ভুলি।

(৬)

ৰদৰ তাপত যেনে মহা সাগৰৰ পানী,
উৰি যায় ভাপ হই আকাশ মণ্ডলে,
দুদিনৰ পাচতেই বৰ্ষা আকাৰেৰ পুনু
যায় মিল জলাকাৰে সাগৰ ( ভূতলে )।

(৭)

সেইদৰে জগতৰ সকলোবিলাক প্ৰাণী,
আহিছে গুৰিৰ পৰা মহান ঈশ্বৰ ;
যায় মিল তেওঁতেই দুদিন জিৱণি লই
ভভালিকে হেতু নিজ কৰ্ম্মৰ ফলৰ।

(৮)

আজি তেওঁ মহাধনী সংসাৰ হাটৰ মাজে,
তেওঁৰ সুযশ প্ৰায় চ'উদিশে ব'ই যোৱা ;
দুদিনৰ পাচতেই নিজৰ ভাগ্যৰ হেতু,
দেখিছো তেওঁক হায় খুজি মাগি আমি খোৱা।

(৯)

সূতা উম্মুৱাৰ দৰে দয়াময় প্ৰভুয়েই,
লাগিছে উঘাব তেওঁ আয়ু সূতা সকলোৰে ;
পৰিলে নেচাৰ শেষ অনৃত হয় জীৱনৰ,
সংসাৰ পামৰ খেতি এৰি যায় বেজাৰেৰে।

(১০)

নোৱাৰো বুজিব প্ৰভো, তোমাৰ মহৎলীলা,
মূৰ্খৰো মূৰুখ আমি একোকে নুবুজো হায়,
দিয়া যেন শুভজ্ঞান শুভমতি হৃদয়ত,
ক্ষমাকৰি আছে, যত অধমৰ মহাদায়।

১৯২৪

# সংসাৰৰ সকলো ক্ষণস্থায়ী ।

ইংৰাজীৰ THE WORLD IS ALL A FLEETING SHOW কবিতাৰ ছাঁতে লিখা )

(১)

সংসাৰৰ ক্ষণস্থায়ী জাক জমকতা,
মাথো সত্য এক মাত্ৰ জগত স্ৰষ্টোতা ।
জয়ধ্বনী আনন্দৰ চকুপানী বেজাৰৰ,
নোহে চিৰ কোনো বাদে প্ৰভু ঈশ্বৰৰ ।

(২)

মোহ, মায়া, ভালপোৱা চিন প্ৰবঞ্চৰ,
সকলোটি যায় লীন সতে শৰীৰৰ ।
মিছা মাত্ৰ চিন শোভাৰাশি যশস্বীৰ,
যেনেকই মনোমোহা দৃশ্য গোধূলিৰ ।
জীৱনত ফুলা ফুল মৃত্যুৰ কোলাত,
কোনোৱেই অমৰত্ব নহয় ধৰাত ।
প্ৰেম-দয়া সৌন্দৰ্য্যতা নহয় আচল,
ঈশ্বৰৰ ভিন্ন একো নহয় উজ্জ্বল ।

(৩)

সংসাৰৰ ধুমুহাত সকলোটি প্ৰাণী,
ফুৰে মাথো বিপদত কৰি টনাটনি ।

মিছা অনুমান কৰা, বিবেকৰ সতে,
উজ্জ্বলোৱা স্বৰ্গপথ তুমি নিতে নিতে।
অৱশেষে পাবাগই আচল স্বৰ্গত,
শান্তিতে যাব কাল বিভুৰ লগত।

১৯২৫

---

# বিভুৰ মহিমা ঘোষণা।

(১)

শূন্যত ওলমি থকা গ্ৰহ নক্ষত্ৰই,
ঘূৰোতে ঘূৰোতে মাথো ইয়াকেই কয়,—
"যি জনে স্ৰজিলে বিশ্ব তেৱেঁই ঈশ্বৰ,
তেওঁতেই জন্ম-মৃত্যু সকলো জীৱৰ।"

(২)

কৰ্ত্তব্যত ব্ৰতী হই থাকি দিবাকৰে,
নাপাহৰি মাথো নিতে বিভুক উচ্চাৰে;
যাওঁতে যাওঁতে কয় সদায় বাটত—
"একমাত্ৰ প্ৰভুস্বামী গোটেই বিশ্বত।"

(৩)

সূৰুয আতৰি গলে পুনু শশধৰে,
বিভুৰ মহিমা গীত গায় উচ্চস্বৰে;

একে মাত একে গীত আপোন কক্ষত,—
"একমাত্র প্রভুস্বামী গোটেই বিশ্বত।"

(৪)

চিৰযোগী মহিধৰে নিতউ ধ্যানত
পায় দেখা খনিকৰ বিশ্বৰ মহৎ।
ঈশ্বৰ প্ৰেমত ভোল অলৰ অচৰ—
তোলে মাথো প্ৰতিধ্বনি বিভুৰ গীতৰ।

(৫)

পৰ্ব্বতৰ পৰা নদী আহোঁতে ওলাই,
বাটে বাটে ইয়াকেই যেন গাই যায়—
সৃজিত, পালিত প্ৰভু—মহান্ ঈশ্বৰ,
তেওঁৰেই পৰা হয় সৃষ্টি জগতৰ।

(৬)

শুশুনি যদিও মাত গ্ৰহ, নক্ষত্ৰৰ,
গোৱা গীত একেৰাহে প্ৰভু ঈশ্বৰৰ,
তথাপি বিবেক পূৰ্ণ জ্ঞানৰ কাণত,
যায় বাজি, উঠে ঢউ বিভুৰ গীতত।

১৯২৬

—— ০ ——

# মৃত পুত্ৰলৈ বাপেকৰ আহ্বান।

## যমৰজাৰ বুজনি।

বাপেক,— কেউ পিনে লৰি লৰি,
ঘৰ মোৰ শোভা কৰি,
হাঁহিছিলা, খেলিছিলা তুমি পুত্ৰ মোৰ ;

মাৰা, ভায়েৰাক এৰি,
মোকো বিয়াকুল কৰি,
কিয়নো পেলালা তুমি জীৱনৰ ওৰ ?

আহাঁ পুত্ৰ মৰ্ত্ত্যল'ই,
স্বৰ্গধাম এৰি থ'ই,
কান্দোতে তোমাৰ বাবে হলো আধামৰা,

আধামৰা জীৱ মোক,
নিদিবা পুনৰ শোক,
আহা তুমি সোন, পুনু পৰিত্ৰাণ কৰা।

যাক নেদেখিলে মই
চকুলোৰে পূৰ্ণ হ'ই
উটুৱাওঁ হিয়া মোৰ দুঃখ বেজাৰত ;

এনে মোৰ প্ৰাণ হ'ই
বাক তুমি কেনেক'ই
সহি অত দুখ হায় আছা স্বৰগত ?

পুত্ৰ— মিছাতে শোকত কিয়
হাবাথুৰি খাই মৰ,
কিয়নো বেজাৰ তই কৰিছ মৰ্ত্ত্যত ?

নোহো মই পুত্ৰ তোৰ,
সমন্ধ ও নাই মোৰ,
তোৰ স'তে যাবলই তোৰ বেজাৰত।

আছো মই আনন্দত,
প্ৰভু সঙ্গে স্বৰগত,
ভাবিব লগীয়া নাই মোৰ মৰতত ;

প্ৰভুয়েই মোৰ প্ৰাণ,
নাই প্ৰভু বিনে আন,
নধৰিব ফল তোৰ শোক বেজাৰত।

বাপেক— যমৰাজ, দয়া কৰি,
দিয়া মোৰ পুত্ৰ এৰি,
পুত্ৰ অবিহনে মোৰ প্ৰাণ যায় যায়,

মৰমৰ পুত্ৰ লই,
হিয়াৰ মাজত থই
নাৰাখিলে মোৰ কোনো সংসাৰত নাই।

যমৰজা— অজ্ঞান মানব্ৰ হই
পুত্ৰ পুত্ৰ বুলি ক'ই,
কিয়নো মিছাতে কৰা কান্দোন বেজাৰ ?

(তোমাৰ) সংসাৰত কোনো নাই,
মিছা হাবাথুৰি খাই
ফুৰিছা মাথোন য'ত নাই অধিকাৰ।
পুত্র-কন্যা-পৰিবাৰ,
কোনোতেই অধিকাৰ,
নাই কাৰো যত দিন থাকিব মৰ্ত্ত্যত;
আয়ুস ঢুকাই গলে
বয়স প্ৰাপ্ত হলে,
সকলোটি যায় লীন বিভুৰ লগত।
ধৰা মাথো বঙ্গভূমি,
ভাৱৰীয়া হই তুমি
খেলিছা নিতউ কৰি ভাৱনা ধৰাত,
যৱনিকা যেতিয়াই
পৰি যাব তেতিয়াই,
শুৱা সব ভাৱৰীয়া মৃত্যুৰ কোলাত
মানৱে মৰ্ত্ত্যৰ মোল,
নাপায়, নহবা ভোল,
'মোৰ' 'মোৰ' বুলি তুমি একোকে নকৰা;
সকলোৰে প্ৰভু স্বামী,
নোহোৱা কদাপি তুমি
মৃত্যু হলে কাৰোবাৰ আতুৰ নহবা।

—০—

# সন্ন্যাস আৰু গাৰ্হস্থ্য পন্থাৱলম্বী।

## ( সন্ন্যাস পন্থাৱলম্বীৰ মত। )

### (ক)

"সংসাৰৰ বেমেজালি হাটৰ মাজত,
নোৱাৰি আৰ্জ্জিব ধৰ্ম্ম ইহ জীৱনত।
শুণুচে সদায় য'ত কোঢ়ালৰ ধ্বনি,
য'তেই নিতউ জ্বলে বিৰহ অগনি;
তেনে সংসাৰত বোৱা দুখ ধুমুহাত,
আৰ্জ্জিব পাৰিব নৰে ধৰ্ম্ম কৰবাত ?
মৰমত পমি যোৱা পিতৃ-মাতৃ ভাই,
থাকে জানো সংসাৰত জীয়াই সদায় ?
যেতিয়া হঠাৎ মৃত্যু ঘটিব আমাৰ,
মিটিব কুটুম্বে বাৰু কৰিব বেজাৰ।—
কিন্তু জানো যাব হায় আমাৰ লগত
ঘটিলে মৰণ, স্বৰ্গ নতুবা নৰ্কত ?
তেনেহলে এনেকুৱা কিয়নো সংসাৰ ?
সংসাৰৰ মোহ, মায়া মাথোন অসাৰ।
অনিবাৰ্য্য সংসাৰৰ অশান্তি বেজাৰ;
সাৰিব ইয়াৰ হাত আছে সাধ্য কাৰ ?
মহাধৰ্ম্মী দশৰথে পুত্ৰৰ লগত,
ত্যজিলে মৰ্ত্ত্যৰ লীলা দুখৰেজাৰত।

ৰামচন্দ্ৰে ঈশ্বৰৰ হই অৱতাৰ,
কতনো সহিলে দুখ লগত সীতাৰ।
তেনেহলে সেই পুত্ৰ সেই ভাৰ্য্যা কিয় ?—
দুখ, বেজাৰেবে ভৰা সংসাৰৰ জীৱ।
উপজিছো সংসাৰত প্ৰাণী এটি হ'ই,
দুদিন বিশ্ৰাম লভি যাম অকল'ই।
তেনেহলে লগ মোক কেলেই মিছাতে ?
অকলে আৰ্জ্জিম ধৰ্ম্ম গ'ই নিৰ্জ্জনতে।
সংসাৰৰ বেমেজালি নোৱাৰে পশিব,
অৰণ্যত আহুকাল নোৱাৰে জম্মিব।
মহা মহা ঋষি, মুনিসবে অতীতৰ,
কাম, ক্ৰোধ, লোভ, মোহ দমাই নিজৰ,
সকতে প্ৰবেশ কৰে অৰণ্য মাজত,
সদায় প্ৰবিষ্ট হয় ঈশ্বৰ ধ্যানত।
কৰে ধ্যান ঈশ্বৰক একান্ত মনেৰে,
কত কাল, কত যুগ বহি একেদৰে।
শেষত নিৰ্ব্বান লভি স্বৰ্গল'ই যায় ;
ঈশ্বৰৰ সতে মিলে ভিন-পৰ নাই।
একান্ত মনেৰে কাম নকৰে যিজনে,
সম্পূৰ্ণ একোৰে জ্ঞান নাপায় সিজনে।
বিদ্যা শিক্ষা কৰোতাই আহুকাল ল'ই
অৰ্জ্জন কৰিব বিদ্যা নোৱাৰে নিশ্চয়।

বিশুদ্ধ মনেৰে যদি বিদ্যা শিক্ষা কৰে,
কৰিব অৰ্জ্জন বিদ্যা সুকলমে পাৰে।
সংসাৰৰ বেমেজালি ল'ই ভেনেহলে,
নোৱাৰে কৰিব নৰে ধৰ্ম্ম কোনো কালে।
নিৰ্জ্জনতা একমাত্ৰ মোচন ইয়াৰ,
নিৰ্ব্বান লভিব তাতে জগত পিতাৰ।
মনৰ সকলো ৰিপু কৰিলে দমন,
ঈশ্বৰ প্ৰেমত মই উটালে জীৱন,
এক মাত্ৰ মোৰ ব্ৰত লভিম—নিৰ্ব্বান ;
মিলিম পুনৰ সতে ঈশ্বৰ মহান্।"

---

( গাৰ্হস্থ্য পন্থাৱলম্বীৰ মত। )

(খ)

"কিযে ভয়ানক সেই স্থান নিৰজন,
য'ত নাই মানৱৰ মূৰ্ত্তিৰ শোভন।
নিৰ্জ্জনতা জন্মস্থান নৰৰ নহয়,
মাথোন বনৰ পশু, জন্তুৰ আলয়।
পশু আৰু মানৱৰ নহয় তুলনা ;
কিয়নো বিবেক, জ্ঞান, নৰৰ গঢ়না।
বন্ধুত্ব, সমাজ, ভাল পশুৱে নাপায় ;
থাকে মাথো অৰণ্যত পেট প্ৰৱৰ্ত্তাই।

নহওঁ কদাপি মই শূইন বিবেক,
আছে মোৰ অভিজ্ঞতা বিশ্বৰ অনেক ।
সমাজ, বন্ধুত্ব আৰু প্রেম যি নাজানে,
সিজনক সকলোৱে পশু বুলি মানে ।
তেনেহলে বন্য-পশু হই অৰণ্যত,
নকৰো অর্জ্জন ধৰ্ম্ম ইহ জীৱনত ।
অতীজৰ ঋষিসবে প্রবেশি সংসাৰ,
লভিলে নির্ব্বান শেষে নিজৰ আত্মাৰ ।
সংসাৰ প্রবেশি মৰো ধৰ্ম্ম আচৰিম ;
সংসাৰতে মই মোৰ নির্ব্বান লভিম ।
পৰ উপকাৰ ব্রত লম জীৱনত,
'অহিংসা পৰম ধৰ্ম্ম কম হৃদয়ত ।
কণা, অকবাক মই খুৱাম সদায় ;
দীন, দৰিদ্ৰক মই কৰিম সহায় ।
নকৰো কদাপি মই শত্রুৰ অন্যায়
নিজে ভাল হওঁ যদি শত্রুকও নাই ।
ঈশ্বৰৰ বাক্য মই সদায় পালিম,—
সংসাৰৰ প্রাণী মই অটুট ৰাখিম ।
সময়ৰ কাম মই সময়ত কৰি,
কটাম শান্তিৰে কাল ঈশ্বৰক স্মৰি ।
কাৰণ সকতে বিদ্যা নকৰে অর্জ্জন,
ডেকা বয়সত যেয়ে নাৰ্জ্জে সোন, ধন,

বুঢ়া হলে আরু ধৰ্ম্ম যি জনে নকৰে,
অন্তিমত তেওঁ শান্তি লভিব নোৱাৰে ।
কদাপি আনৰ মই হিংসা নাচৰিম,
সংসাৰতে ধৰ্ম্ম মই নিতউ আৰ্জ্জিম ।
তেনেহলে কিয় মই গই অৰণ্যত,
কটাম সংসাৰী জীৱ হই পশুৱৎ ?
কোলাৰ বস্তুক এৰি কোনে দূৰল'ই,
মিছাতে দুখৰ বোজা ভাৰ ব'বগ'ই ?
ধৰ্ম্ম হেন মহাৰত্ন সকলোতে আছে ;
নাজানে চিণিব ফল পকে গছে গছে ।
উশজিছো সংসাৰত নোহে অৰণ্যত,
তেনেহলে ধৰম ও আছে সংসাৰত ।
কত জনে এৰি সুখ পৰা সংসাৰৰ,
হয়গ'ই মহাযোগী বনৰ মাজৰ ।
নোৱাৰি কিন্তু ৰিপু দমিব নিজৰ,
থাকে পৰি অৰণ্যত যুগ যুগান্তৰ ।
জাগৰিলে ৰিপু এটি কোনোবা এবাৰ,
থাকিব পুনৰ লাগে বছৰ হাজাৰ ।
বিশুদ্ধ সন্ন্যাসী হলে এজনে কোনোবা,
নিজৰ আত্মাৰ মুক্তি লভিব পাৰেবা ।
নোৱাৰে কিন্তু তেওঁ একো উপকাৰ,
সাধিব নিজৰ বাদে মানৱ আত্মাৰ ।

তেনে মুক্তি, তেনে ধৰ্ম্ম মাথোন নিজৰ,
নাপায় কোনেও জ্যোতি তেওঁৰ জ্ঞানৰ।
সমুদ্ৰৰ গৰ্ভত থকা সোন, ধন,
বনৰ মাজত থকা সাধুৰ জীৱন।
একে বুলি জ্ঞানীলোকে উচ্চস্বৰে কয়,
উপকাৰ কাৰোপৰা কোনোৰে নহয়।
সেই ধন, সেই সাধু মিছাতে কেলেই?
ভাল জানো মূৰ্খপুত্ৰ শপুত্ৰ হলেই?
তেনেহলে সংসাৰত ভাল কাম কৰি,
নিতউ আৰ্জ্জিম ধৰ্ম্ম ঈশ্বৰক স্মৰি।
তেনেহলে কাটি মই জীৱনৰ দিন,
হম পুনু স্বৰগত প্ৰভু সতে লীন।"
আমিও জীৱনী ল'ই সংসাৰী জনৰ,
কৰিম মুকলি নিতে পথ স্বৰগৰ।
সংসাৰত থকা দিন দান ধৰ্ম্ম কৰি,
মহৎ জীৱন যেন সুকলমে গঢ়ি,
অমৰত্ব লাভ কৰি আৰু মৰতত,
পাৰিম লভিব মুক্তি শেষে স্বৰগত।

১৯২৬

———o———

# প্ৰভুৰ সৃজিত মোৰ বাগিচা।

(১)

আছে মোৰ একমাত্ৰ বাগিচা এখনি,
নানা তৰহৰ ফুল ফুলিছে ইয়াত ;
মহৎ লোকৰ পায় ইয়াতে জীৱনী,
কৰি ফুল হয় জন্ম এই বাগিচাত।

(২)

জ্ঞান-সূৰ্য্য, ধৰ্ম্ম-চন্দ্ৰ ইয়াতেই আছে,
মৃদু সমিৰণ বয় ইয়াতে সদায় ;
স্বৰগৰ অপেশ্বৰী ইয়াতে নাচে,
নিৰ্ব্বান ভাৱৰ ম'উ ইয়াতেই পায়।

(৩)

কবিয়ে ইয়াতে গাথে মালা সাহিত্যৰ,
প্ৰেমিকে ইয়াতে কৰে প্ৰেমৰ ভাৱনা,
পগলাই ইয়াতেই নিজ জীৱনৰ,
হেৰুয়ায় প্ৰভুদত্ত জ্ঞানৰ চেতনা।

(৪)

জন্ম-মৃত্যু ইয়াতেই সকলো জীৱৰ,
অমৰত্ব আছে মোৰ এই বাগিচাত ;
ক্ষণস্থায়ী, চিৰস্থায়ী প্ৰভু ঈশ্বৰৰ,
জিলিকিছে বাসস্থান সদায় ইয়াত।

(৫)

মদ্ধু-অলিকুল ফুৰে ইয়াতেই যূৰি,
পাবলই মুক্তি লাভ আৰু স্বৰ্গসুখ ;
কোনোৱে গোটায় ম'উ ফুলে ফুলে উৰি,
কোনোৱে মিছাতে ঘূৰে পায় মাথো দুখ।

(৬)

ভাল-বেয়া, পাপ-পুণ্য জিলিকে ইয়াত,
বুদ্ধিয়ক ধৰ্ম্মীজনে লাভেমূলে পায় ;
অজ্ঞান, মুৰুখ জনে নাপাই পাচত,
পাপ আৰু নৰ্কতেই জীৱন কটায়।

(৭)

ধৰ্ম্ম-কৰ্ম্ম, সুখ-শান্তি বিৰাজে ইয়াত,
—প্ৰেম, দয়া, ক্ষমা, ঈৰ্ষা আৰু জিলিকনি—
নাই মোৰ একোৰেই অভাৱ দেখাত,
—যিখনি বাগিচা মোৰ অমৰ অৱনী।

১৯২৬

—— ০ ——

# উপদেশতকৈ আহিঁ ভাল ।

নোহোৱা কদাপি তুমি মহান বিদ্বান,
তথাপি দেখুৱা হেৰা কিয় অভিমান ?
নোৱাৰা লিখিব তুমি এটিও আখৰ,
তথাপি বিচাৰা কিয় মূৰ্খতা লোকৰ ?
নকৰা কৰ্ত্তব্য তুমি খাই কানি ভাং,
কাটা ৰাতি ঘৰে ঘৰে দুৱাৰৰ দাং ।
নিজক নিজেই তুমি নোৱাৰা পুহিব,
জানা মাথো বাহু তুলি উপদেশ দিব ।—
"ৰাগিয়াল বস্তু তুমি কৰা পৰিহাৰ,
ধুন মাৰি কাৰোপৰা নকৰিবা ধাৰ ।
মূৰুখক ভাল কেৱেঁ কদাপি নাপায় ;
নিশিকিলে লিখাপঢ়া নানা দুখ পায় ।
চুৰকৰা মহা পাপ জানা সকলোৱে,
নকৰিবা মৰামৰি ইটোৱে সিটোৱে ।
ধুনপেঁচ মাৰি তুমি নকটাবা কাল,
নকৰে লক্ষ্মীয়ে বাস কৰিলে কোঢ়াল ।
দেশীয় পোচাক পিন্ধি স্বদেশ উদ্ধাৰা,
সকলোৱে ঘৰে ঘৰে স্বাধীনতা কৰা ।"
'কোট, পেণ্ট' জোতা, মুজা নহলে নোৱাৰা,
পেটৰ ভাতৰ বাবে ৰাতি চুৰ কৰা ।

বেদেশী পোচাক পিন্ধি ভাবা মনে মনে,
‘স্বদেশী লেতেৰা বেয়া সাজ পিন্ধে কোনে’।
নিজৰ ঘৰতে লাগে কোড়াল সদায়,
ভাই, ভাই ভিতৰতো মিল-ভাব নাই।
কিৰূপে আনক তুমি এনেকুৱা হ’ই,
পাৰিবা বুজাব বাৰু জ্ঞানী হবল’ই ?
দিবা উপদেশ তুমি উপযুক্ত হলে,
একোকে নকবা তুমি ইয়াকে নহলে।
অহঙ্কাৰ কৰি কথা যিজনেই কয়,
বিশ্বাসৰ পাত্ৰ তেওঁ কদাপি নহয়।
নামানে কোনেও আৰু তেওঁক অকণো,
নোহে কদাপিও আহি তেওঁৰ জীৱনো।
জ্ঞানী হবা, নম্ৰ হবা লোকক বুজাবা,
তেহে তুমি তাৰ ফল হাতে হাতে পাবা।

১৯২৬



# প্ৰলোভন।

স'উ যে দেখিছা তুমি বাগিচা এখন,
আছে তাত লাগি ফল হই অগণন।
কত ৰকমৰ ফল,—জামু, পনিয়াল,
ঠালত ওলমি আছে দালিম, কঠাল।
আম আৰু সুমথিৰা লাগিছে ডালত,
পকিছে সকলো ফল বাৰও মাহত।—
বাগিচাৰ কানে কানে ন'ই ব'ই যায়,
কুলু কুলু সুৰে নিতে ঈশ্বৰ ধিয়াই।
সুন্দৰ বনৰ মাজে শৰ, হৰিণাই,
বাগিচা-মাজত থকা পুখুৰি, বিলত,
ফুলিছে নানান ফুল ৰাতি ও দিনত।
কনক নিৰ্ম্মিত স'উ ৰাজহাঁহ ঘুৰি,
ফুৰিছে বিলত চোৱা সাঁতুৰি সাঁতুৰি।
সাৱধান! কিন্তু তুমি মন নেমেলিবা,
সেই বাগিচাত তুমি কদাপি নাযাবা।
সেই ফুল, সেই ফল মাত্ৰ প্ৰলোভন,
পাব নাশ যদি যোৱা গোটেই জীৱন।
ব'ই যোৱা ন'ই দেখি সুখুজিবা পানী,
দিলে এটি ভৰি তাত নিব জোৰে টানি।

পকা আম, পকাফল যদিও দেখিছা,
নেমেলিবা হাত তুমি সকলোটি মিছা।
পানীর মাজত থকা মনোমোহা ফুল,
দেখি তুমি মিছাতেই নহবা বিভোল।
চৰি থকা পজুদেখি নোটোৱাঁবা কাঁৰ,
কৰিব অনিষ্ট সেই পজুৱে তোমাৰ।
স্বৰ্ণৰ নিৰ্ম্মিত স'উ দেখি ৰাজহাঁহ,
কৰা পৰিত্যাগ যদি কৰিছা হেঁপাহ।
বাগিচা মাজত বস্ত্ৰ দেখিছা ৰভেক,
কৰিব অনিষ্ট হ'ই পিশাচ প্ৰত্যেক।
নোসোমাবা কদাপিও এই বাগিচাত,
সোমালে জীৱন যাব তোমাৰ ইয়াত।
প্ৰলোভনে মানুহক তেনেই ডুবায়,
কত জনে এইবাবে হিয়া ভুকুৱায়।
নিজৰ বস্তুতে তুমি সন্তুষ্ট থাকিবা ;
প্ৰলোভন মহা শত্ৰু নিশ্চয় জানিবা।

১৯২৬



# খেতিয়ক ।

আহিলা কাউৰী পুৱা হালকোৰ ল'ই
খেতিয়কে বায় হাল পথাৰত গ'ই ।
কাতি কৰি বৰযুণ থয় বাৰিষাৰ ;
হৰষিত হ'ই কৰে খেতি আপোনাৰ ।
নাই জাৰ নাই জহ সদায় সন্তোষ,
নাজানে ভাগৰ কেনে নাজানে অসুখ ।
আহিলে ভাগৰ দুখ এবাৰ প্ৰাণত,
যায় গুচি ততালিকে ধৰিলে কামত ।
ধন্য তুমি খেতিয়ক তুমিয়ে স্বাধীন,
প্ৰজাৰ পালক ৰজা তোমাৰে অধীন ।
তোমাৰ বিহনে আজি গোটেই দেশত,
সকলোৰে হব মাথো মৃত্যু আকালত ।
তুমিয়েই সকলোকে ৰাখিছা জীয়াই
তোমাৰ বিহনে আজি কাৰো ভাত নাই ।
সকলোৰে তুমিয়েই আহি খেতিয়ক,
সকলো জীৱৰ প্ৰায় তুমিয়ে পালক ।
তোমাৰ আহিকে ল'ই আমিও এদিন,
হম যেন খেতিয়ক সকলো স্বাধীন ।

১৯২৬

———o———

# সময়।

সময় অমূল্য ধন সকলোৱে জানে,
কিন্তু এই নীতি বাক্য মানে কেইজনে ?
অবাবত অকার্য্যত যেয়ে নিয়ে দিন,
সিজনক সকলোৱে কৰে মাথো ঘিণ।
সময় অমূল্য ধন কিয়নো জানানে ?—
এবাৰ সময় গলে পুনৰ আহেনে।
বেচ দি কোনেও কাল ৰাখিব নোৱাৰে,
জীৱন দিলেও কাল কদাপি নুঘূৰে।
গাৰীৰ চকাৰ দৰে ঘূৰিছে সময়,
কৰ্ত্তব্য নকৰি কালে কদাপি নৰয়।
তেনেহলে আমি কিয় কালৰ লগত,
নাযাওঁ সদায় লাগি নিজ কৰ্ত্তব্যত ?
কৰিলে সদায় কাম জ্ঞানীলোক কয়—
সেই পুৰুষৰ দুখ কদাপি নহয়।
'সময়ৰ অভাবত নোৱাৰো কৰিব',
এইকথা যাৰ মুখে সদায় ওলাব,
সেই পুৰুষৰ সুখ নিশ্চয় নিশ্চয়,
জানিবা কদাপি আৰু নহয় নহয়।

এতেকে সময় নাই মুখত নানিবা,
নিজ কর্ত্তব্যত তুমি সদায় লাগিবা।
তেনেহলে কদাপিও নপবা দুখত,
পাৰিবা সদায় তুমি থাকিব সুখত।

১৯২৬

—— ০ ——

## মৌমাখি।

সৰু সৰু ম'উমাখি ফুলে ফুলে উৰি,
ফুৰে নিতে ম'উৰস বিচাৰি বিচাৰি।
অকল'ই এটি ম'উ নিচেই অকণ,
নোৱাৰে গঢ়িব চাক সামান্য জীৱন।
কিন্তু বহু ম'উমাখি একেলগ হ'ই
কৰিছে নোৱাৰা কাম মানুহত ক'ই।
কিমান সুস্বাদু ম'উ কৰিছে নিৰ্ম্মান,
কিন্তু ভাবে চালে ম'উ নিচেই এধান !
'একতা' আমাক ম'উমাখিয়ে শিকায়,
ঠাৰেৰে ইয়াকে কয়—'একতাই ঘাই'।
একতা নহলে একো নোৱাৰি কৰিব,
একতা বিহনে ৰাজ্য নোৱাৰে উধাব।
মনুষ্য-জনম ল'ই আমি অকাৰণ,
কাটিছো মূৰ্খৰ্থ হই আমাৰ জীৱন।

চকুৰ আগতে আমি দৃষ্টান্ত দেখিও,
নকৰো কৰ্ত্তব্য ব্যক্ত কিয়নো আজিও ?
ক্ষুদ্ৰ ক্ষুদ্ৰ ম'উমাখি দৃষ্টান্ত আমাৰ,
চাকিম আমিও ম'উ কৰ্ত্তব্য ফুলৰ।

১৯২৫



# সন্তানলৈ।

(ইংৰাজীৰ TO AN INFANT নামে পদ্যৰ ছাঁ লৈ লিখা)

ওপজোতে শুদা হই মাবাৰ কোলাত,
কান্দি কান্দি তুমি উপজিলা ;
হাঁহিলে কিন্তু সবে তোমাক পোৱাত,
—সকলোকে তুমি হহুঁৱালা।
এনে ভাবে চলা তুমি সংসাৰ চক্ৰত,
কৰি শেষ কাম জীৱনৰ,
সকলোৱে কান্দে যেন তোমাৰ মৃত্যুত
হাঁহি স্থান লভা স্বৰগৰ।

১৯২৫



# ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।

(১)

মাতিছে কুলিয়ে আজি কুউ কুউ বুলি,
নতুন ভাবৰ গীত—পঞ্চমত তুলি।
লৰা, বুঢ়া সকলোটি আনন্দত ফুৰিছে ;
—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

(২)

বাৰীয়ে বাৰীয়ে থকা কাঁইটীয়া ফুল,
যি ফুলৰপৰা হয় নৰ বিয়াকুল ;
তেন্মুৱা কেতেকী ফুল কে'উপিনে ফুলিছে,
—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

(৩)

গোলাপ, খৰিকাজাঁই আছে য'ত ফুল,
তাতে অলিকুল পৰি হই বিয়াকুল,
প্ৰত্যেক ফুলৰে ম'উ পান কৰি ফুৰিছে ;
—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

(৪)

বিহুৰ বাতৰি কোৱা সকলো চৰাই,
পৰ্ব্বতৰপৰা ৰঙে আহিছে ওলাই।
নতুন গীতত প্ৰাণ পুলকিত হইছে ;
—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

(৫)

অপূৰ্ব্ব মহান্ স্নিগ্ধ প্ৰকৃতি দেহত,
কেউ পিনে বেৰি থকা লথৰা গছত,
ধুনীয়া কোমল নব পাতবোৰ গজিছে ;
—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

(৬)

জগতৰ কে'উপিনে নতুনেৰে ভৰা,
নব বস্তুৰেই আজি জগত নধৰা।
সকলোকে নব ভাবে আনন্দিত কৰিছে ;
( আজি )—ৰাঙলী বাসন্তী ৰাণী আগমন কৰিছে।—

১৯২৪

# স্বদেশৰ ঘৰলৈ—

(১)

হোক সৰু ঘৰখনি খেৰৰ পঁজাৰ ;
পৰিলে মনত কিন্তু হঠাৎ এবাৰ,
বেজাৰত মোৰ হায়, চকুপানী ব'ই যায়
মৰু হই থকা মোৰ দুচকুৰপৰা,
কিবা এটা ভাবে ধৰে সহিব নোৱাৰা !

(২)

যেতিয়া ৰঙেৰে থাকো নিজৰ ঘৰত,
নপৰে বিদেশী কথা আন্ধাৰ মনত,
এতিয়া কিন্তু হায়, আছো বিদেশতে খাই,
স্বদেশৰ কথা মনে পৰেহি যেতিয়া,
হৃদয় কপায় মোক বেজাৰে তেতিয়া।

(৩)

বাই, ভনী, পিতৃ-মাতৃ লগৰীয়া ভাই,
সি সবক সপোনত দেখিলেই হায়,
টোপনিতে ঘূৰি ঘূৰি বিচনাত পৰি পৰি,
কেউ পিনে খেপিয়াও বিচাৰি নাপাই—
সহিব নোৱাৰি পাচে কান্দোন ওলায়।

(৪)

মহা সুখী হৈয়ো যদি থাকো বিদেশত,
না না লগৰীয়া লই ৰঙেৰে মনত,
তথাপি বিদেশী হই নাথাকো সদায় মই,
দুখীয়া পঁজাতে ভাত খাম লোন সানি,
অপূৰ্ব্ব মহান্ স্বৰ্গ বুলি তাকে মানি।

১৯২৪



# ভ্রাতৃ-শোক।

( ইংৰাজীৰ THE CHILD'S FIRST GRIEF নামে
পদ্যৰ ছাঁ লৈ লিখা )

নোৱাৰো খেলিব মই অকলশৰীয়া হই,
মৰমৰ ভাই অবিহনে ;
কেনিনো পলাল হায়, মনমোৰ মৰা প্ৰায়,
চেনেহৰ ভাইৰ কাৰণে।
বসন্ত উজ্বলি হাঁহে ন ন বস্তু কত আছে,
নাহিলা কিয়নো তুমি ভাই ?
বাগিচাৰ ফুল ক'লি তুদিনতে উঠে ফুলি,
তুমি বিনে চিণোতাও নাই।
পখিলাই উৰি উৰি, ফুলৰ মাজত পৰি,
কৰে নিতে ম'উৰস পান ;
বাগিচা মাজত ৰ'ই এনে দৃশ্য চা'বলই
নাই আৰু তুমি বিনে আন।
কত সমনীয়া লৰা কৰে আহি লিখা পঢ়া,
আনন্দেৰে লগৰীয়া স'তে,
কিন্তু তুমি বিনে হায়, মন মোৰ মৰি যায়,
হাঁহাকাৰ প্ৰাণ মোৰ নিতে।
যদি কোনোমতে হায়, জানিলো হেভেন ভাই,
তৱ মৃত্যু বাতৰি এবাৰ,

চিন্তিলো হেতেন নিতে তোমাৰ মঙ্গল চিতে,
ঈশ্বৰক মই কতবাৰ !

১৯২৫

---

## বসন্ত।

বসন্ত কালত নতুন প্ৰভাৱে
গোটেই জগত ব্যাপিছে ;
মৃদু সমিৰণ চউদিশে ঘূৰি,
শান্তিময় কৰি তুলিছে।
( যেন ) কৰ্ত্তব্যক লই পৰ্ব্বত থকা,
জুৰিয়েও গীত গাইছে,
কুলু কুলু ক'ই পৱিত্ৰ মনেৰে,
বিভুৰ মহিমা ঘোষিছে।
প্ৰতি বিৰিখৰ প্ৰতি ঠালে ঠালে
নব কুঁহি পাত মেলিছে ;
সেউজীয়া পাতে গোটেই জুপিকে
আবৰণ কৰি ৰাখিছে।
তাৰ মাজে মাজে কোকিল পক্ষিয়ে
পঞ্চস্বৰে গীতি গাইছে,
সুললিত গীত শুনি সকলোৰে,
হৃদি পুলকিত কৰিছে।

সখিয়তীৰ 'সখীউ' মাতে
সোণত সুৰগা ঢালিছে,
( যেন ) স্বৰগৰপৰা, আহি অপেশ্বৰী,
~~পৃথিবী মোহিত কৰিছে।~~
( কুলিৰ ) অমিয়া মাতত সুন্দৰী গীতত,
প্ৰেমিক মোহিত হইছে,
ডেকা গাভৰুৱে কুলিটিক পাই,
কৰ্ত্তব্য পাহৰি গইছে।
( কবিৰ ) সুদীৰ্ঘ মনত কত ধৰণৰ,
নব্ব ভাৱে স্থান লইছে,
ৰসন্ত কালৰ, অমিয়া দৃশ্যত,
সমূলে বিভোল হইছে।
প্ৰতি ৰাগিচাত, হই প্ৰস্ফুটিত,
পুষ্পেৰে উপচি পৰিছে,
মলয়া বাতাহে প্ৰেমিক জনক
গোন্ধ বিতৰণ কৰিছে।
( আজি ) বসন্ত কালত নতুন প্ৰভাৱে
গোটেই জগত ব্যাপিছে,
মৃদু সমিৰণ চ'উদিশে ঘূৰি
শান্তিময় কৰি তুলিছে।

১৯২৩

—০—

# চহাখেতিয়ক আৰু পণ্ডিত ।

## ( ইংৰাজীৰ THE SHEPHERD AND THE PHILOSOPHER নামে কবিতাৰ ভাঙ্গনী )

(১)

নগৰৰ বহুত দূৰত
আছিল এজন বুঢ়া অতি,
নাছিল তেওঁৰ সংসাৰৰ
ভাব চিন্তা সম্পত্তিৰ প্ৰতি ।

(২)

তেওঁৰ মূৰৰ চুলিভাৰে
ৰূপালি বৰণ ধৰিছিল,
সংসাৰত থাকি বহুদিন
বহু অভিজ্ঞতা জন্মিছিল ।

(৩)

দিনে দিনে ৰখি গৰু ম'হ
নকৰি ভ্ৰুক্ষেপ একোল'ই,
বান্ধিছিল গৰু গোহালিত
জাৰ, জহ কাতিকৰি থ'ই ।

(৪)

হিংসা, ঈৰ্ষা একোকে নাজানে
কাটে কাল সুখত সদায়,

কাম, কাজ তেওঁৰ কৰোতে
ইাহিটি মুখত দেখা যায়।

(৫)

তেওঁৰ সুযশ আৰু জ্ঞান
হইছিল দেশত বিদিত,
ইদৰে তেওঁৰ কীৰ্ত্তি ৰাশি
হল সকলোতে প্ৰচাৰিত।

(৬)

তাতে আৰু আছিল এজন
সকলো শিক্ষাৰে জ্ঞান পোৱা,
মহান পণ্ডিত ওচৰত
পৃথিবীত কীৰ্ত্তি ব'ই যোৱা।

(৭)

কোনোদিন বিদ্বান পণ্ডিতে
চহাৰ—বুঢ়াৰ ঘৰল'ই,
কৰিছিল প্ৰশ্ন এইদৰে
জ্ঞান জানিবৰ হেতু গ'ই।—

(৮)

"কেনেকেই তুমি বাৰু হলা
ইমান শিক্ষিত কোৱা শুনো,
কৰিছিলা নেকি অধ্যয়ন
ধৰ্ম্ম শাস্ত্ৰ নাৰায়ন কোনো?

(৯)

গোটেই ৰাতিটো নেকি তুমি
চাকিৰ শলিতা পুৰি পুৰি,
গীতা আদি ধৰ্ম্ম পুথিবোৰ
চাকিছিলা অধ্যয়ন কৰি ?

(১০)

পৃথিবীৰ চঊদিশে নেকি
কৰি তুমি গুপুত ভ্ৰমণ,
নিয়ম, চলন, প্ৰথা শিকি
ললা গঢ়ি মহৎ জীৱন ?"

(১১)

"শিক্ষা মই কতো কৰা নাই"
চহাই উত্তৰ দিলে ধীৰে,
"পাবলই জ্ঞান কোনোবাৰ,
ফুৰিদেশে সমুদ্ৰৰ তীৰে।

(১২)

কিয়নো মানুহে জগতত
সকলোৰে ভেশচন ধৰি,
চতুৰকো ঠগায় শেষত,
নানা তৰহৰ চল কৰি।

(১৩)

তেনেহলে বিদেশত ফুৰি,
হব পাৰে বাৰু কোন জ্ঞানী ?

কিয়নো নিজৰ জীৱনক
নোৱাৰো চলিব নিজে মানি।

(১৪)

যি অলপ কৰিছো আৰ্জ্জন
জ্ঞান মই সকৰেই পৰা,
সেইকণ জ্ঞান মাথো মোৰ,
প্ৰাকৃতিক কৰ্ম্ম দেখি কৰা।

(১৫)

সাধাৰণ জ্ঞানৰ মাজেদি
পাইছো যিবোৰ নীতি মই,
উপজিছে ইয়াৰেইপৰা,
ঘৃণা ভাব মোৰ পাপল'ই।

(১৬)

পৰিশ্ৰমী দেখি মাখিম'উ
কামলই মন উঠে নাচি,
সমুখত দেখি পৰুৱাক
কোনে চাই খাবলই সাঁচি ?

(১৭)

মোৰ মৰমৰ কুকুৰৰ,
প্ৰভু ভক্তে মন মোৰ তোষে
শিকাই অনেক নীতি মোক,
কুকুৰৰ মহৎ বিশ্বাসে।

(১৮)

কপ'উ হালিৰ প্ৰেমে মোক
শিক্ষা দিয়ে অনেক সুনীতি,
তাৰেপৰা মোৰ প্ৰেম ভাব
হল দৃঢ় সকলোৰে প্ৰতি।

(১৯)

কুকুৰাজনীয়ে পোৱালীক,
দুয়োখনি পাখি মেলি ধৰি,
কৰে ৰক্ষা বিপদৰ পৰা,
বতাহতো সাৱধান কৰি।

(২০)

তাৰেপৰা মইও শিকিলো,
কৰ্ত্তব্যও মাক বাপেকৰ,
কেনেকই লব লাগে অতি
সাবধান নিজ সন্তানৰ।

(২১)

ললো মই বাচি উপদেশ
দেখি শুনি প্ৰকৃতিৰ নীতি,
কৰিলো সমূলি পৰিত্যাগ
ঘৃণা, ঠাট্টা মানুহৰ প্ৰতি।

(২২)

উপকাৰী কথাৰ বাহিৰে,
মিছাকৈয়ে কাৰোও লগত,

নাপাতো অনেক কথা মই,
নাই লাভ অসত্য বাক্যত।
(২৩)
দেখি বারু গম্ভীৰ কেচাক
নকৰেনে সকলোৱে ঘৃণা
তেনেহলে গম্ভীৰ লোকক
কোনে বারু কয় বুলি জনা?
(২৪)
কৰো মই নিজৰ জিভাক
নিজেই শাসন দিনে দিনে,
কিয়নো পাতিলে বেছি কথা,
মিছা কথা কয় সেইজনে।
(২৫)
কথাৰ সোঁতৰপৰা মই
যাওঁ গুচি কোনোবা এপোনে,
কিয়নো কাউৰীৰ মাত
কাণপাতি কেইজনে শুনে?
(২৬)
তাৰোপৰি অসৎ উপায়ে
পৰা চুবুৰীয়া সকলৰ,
নকৰো অন্যায় একো মই,
আনি বস্তু নিজৰ স্বত্বৰ।

(২৭)

বনৰীয়া হিংস্রুক জন্তুক,
কেনেকই আমি হিংসা কৰো !
কিয়নো ভালুক বাঘে যদি,
খাব ধৰে খুচি কাটি মাৰো।

(২৮)

সাপ আৰু বিষাদ ভেঁকুক
নকৰেনে হিংসা বাৰু লোকে ?
কিয়নো হিংস্রুক প্রাণী দেখি
সিহঁতেও বিচাৰেই তাকে।

(২৯)

(কিন্তু) টুটকীয়া, হিংসাৰ মুখত
আছে ভৰি বিষ বিষাক্তৰ,
কামুৰিলে এটি কোনোবাই,
হয় নষ্ট নশ্বৰ দেহৰ।

(৩০)

এইদৰে সৃষ্টিৰ প্রাণীৰ
পৰা নানা চিন্তা জন্ম হয়,
সৰু সৰু প্রাণীৰ পৰাও
সূক্ষ্ম মনে উপদেশ লয়।

(৩১)

"তোমাৰ যশস্যা ঠিক" বুলি
দিলে ধীৰে পণ্ডিতে উত্তৰ,

"মহা জ্ঞানী, মহা ঋষি বুলি
কয় বাক্যে তোমাৰ নিজৰ।

(৩২)

দিয়ে ঠেলি কোনোবা এপোনে
কবিৰ কাপক অহঙ্কাৰে,
পুথি আদি মহাবাক্যবোৰো,
নোহে ঠিক ; মানুহৰ দৰে।

(৩৩)

অধ্যয়ন কিন্তু যেয়ে কৰে
প্ৰকৃতিৰ আইন কানুন,
তেৱেঁই নীতি উপদেশ
লয় কৰি সুখত আৰ্জ্জন।

(৩৪)

হব পাৰে শুনি, জ্ঞানী অতি,
নগলেও পঢ়াশালী ল'ই,
কৰি ললে বিশ্ব অধ্যয়ন,
সেই জ্ঞান শ্ৰেষ্ঠ বেছিক'ই।"

১৯২৬

———০———

# নীতি-সংগ্ৰহ ।

## মন ।

১। সকলো জ্ঞানৰ এক মনেই ভঁৰাল,
থাকিলে ইয়াত শস্য নহয় আকাল ।

## ক্ষুদ্ৰত্ব ।

২। একডা ডোলত বন্ধ ক্ষুদ্ৰ পৰুৱাই,
প্ৰকাশে নিজৰ বল পৰ্ব্বত খহাই ।
ক্ষুদ্ৰ প্ৰাণী নিগনিয়ে নিজৰ দাঁতেৰে,
বলৱন্ত সিংহকো কালত উদ্ধাৰে ।

## ঈৰ্ষা ।

৩। গুৰিয়ালে পাথৰক নিজে দুখ পায়,
পাথৰ, পাথৰ হই থাকে সৰ্ব্বদায় ।
আচৰিলে কোনোবাই দোষ মহত্ত্বৰ,
বিপদত পৰে মাথো নিজেই পুনৰ ।

## বন্ধু ।

৪। বিপদ আৰু শ্মশানত সহায় যি কৰে,
অকালত ধনে-প্ৰাণে যি জনেই তাৰে,
ৰাজ-দুৱাৰত হয় সহায় যি জন,
প্ৰকৃত বান্ধৱ বুলি জানিবা সিজন ।

## ইচ্ছা ।

৫। কৰিলে প্ৰবল ইচ্ছা একো নাই টান,
ইচ্ছা কৰি চিনাগৰ কৰিলে নিৰ্ম্মাণ ।

## লোভ।

৬। কত জন হয় বন্দী লোভৰ কাৰণে,
হেৰুৱালে স্বৰ্ণ-ৰাজ্য লঙ্কাৰ ৰাৱণে।

## দুখ।

৭। দুখীয়াই ধন নাই বুলি দুখ কৰে,
সুখীয়াৰ ধনতেই মাথো দুখ বাঢ়ে।

## সহন।

৮। খানি, কুৰি পৃথিবীক কৰো লটি ঘটি,
তথাপিও পৃথিবীয়ে হই নম্ৰ অতি,
দিয়ে শস্য দান কৰি শত্ৰুৰ মাজত,
নাচৰে কদাপি দ্ৰোহ কাৰো ওপৰত।

## বিদ্যা।

৯। বিদ্যাক কোনেও চুৰ কৰিব নোৱাৰে,
নোৱাৰে ভগাই নিব ইয়াক মিটিৰে।
কৰিলে লোকক দান ক্ৰমে বাঢ়ি যায়,
বিদ্যাৰ সমান ধন একোৱেই নাই।

## গুণ।

১০। বিপদত ধৈৰ্য্য আৰু ক্ষমা সম্পদত,
সভাত পটুতা আৰু বিক্ৰম যুদ্ধত,
যশস্যাত অভিৰুচি শাস্ত্ৰত ব্যসন,
আছে যাৰ একমাত্ৰ মহৎ সিজন।

(১১)

কালিল'ই হব মৃত্যু এই ভাব্ব ল'ই,
কৰিবা আৰ্জ্জন ধৰ্ম্ম লবালবি ক'ই।
অজৰ অমৰ বুলি লাগিবা কামত,—
ইহকাল, পৰকাল কটাবা সুখত।—

(১২)

আন্ধাৰ বিদুৰ কৰে ৰাতি শশধৰে,
লক্ষকোটি তৰা হই কদাপি নোৱাৰে।
হয়ো যদি এটি সৎপুত্ৰ সমাজত,
উজ্জ্বলায় তেৱেঁ কীৰ্ত্তি গোটেই দেশত।

(১৩)

নিজক সহায় কৰে যিজনে নিজেই,
ঈশ্বৰেো পৰা পায় সহায় তেঁৱেই।

(১৪)

তোমাক কোনোৱে যদি কৰে অপকাৰ,
নলবা পুনৰ তুমি তাৰ প্ৰতিকাৰ।
প্ৰতিকাৰ একমাত্ৰ—চেনেহৰ বাণী,
অপকাৰী হব সেও তোমাকেই মানি।

(১৫)

যিজনে নকৰে বিদ্যা সকতে আৰ্জ্জন,
ডেকা বয়সত যেয়ে নাৰ্জ্জে সোণ, ধন,
বুঢ়া হলে আৰু ধৰ্ম্ম যিজনে নকৰে,
অন্তিমত তেওঁ শান্তি লভিব নোৱাৰে।

(১৬)

পুস্তকত আছে বিদ্যা মস্তকত নাই,
নিজে নানা কষ্ট স’ই গাতত ভৰাই,
ৰাখিছে যিজনে ধন তেওঁৰ সমান,
নাই আৰু জগতত মূৰুখ কৃপণ।

(১৭)

এলাহেই জীৱনৰ শত্তুৰু প্ৰধান,
উৎসাহৰ সমবন্ধু নাই আৰু আন।
কৰিবা কৰ্ত্তব্য তুমি উৎসাহিত হ’ই,
নানিবা এলাহ তুমি পুনু দেহল’ই।

(১৮)

হোৱা তুমি জন্ম অতি ডাঙ্গৰ বংশত,
তথাপি নহলে জ্ঞানী বিদ্যাৰ বলত,
থাকিবা মূৰুখ হই গোটেই জীৱন,
নহব তোমাৰ জন্ম ধৰাত শোভন।

(১৯)

নিজক চিকুটি চালে যেনে দুখ পাই,
লোকক চিকুটা যদি সিও কষ্ট খায়।
নিজৰ জীৱন যেনে লোককো দেখিবা,
সকলোকে নিজ বুলি মৰম কৰিবা।

(২০)
ঋণ, অগ্নি আৰু ৰোগ কৰিবা নিৰ্ম্মূল,
নাই আৰু আন শত্ৰু ইহঁতৰ তুল।
থাকিলে অলপ বাকী ক্ৰমে বাঢ়ি যায়,
হব মাথো মহাশত্ৰু ইহঁত সদায়।

(২১)
সৰু আৰু বৰ ভাৱ নানিবা মুখত,
চলিবা সমান ভাবে সবাৰে লগত।
চন্দ্ৰই পোহৰ দিয়ে যাবে তাৰে ঘৰে,
সৰু বৰ বুলি কাকো পাৰ্থক্য নকৰে।

(২২)
সৰ্পক খুৱালে দুগ্ধ বিষ ক্ৰমে বাঢ়ে,
উপদেশে মূৰ্খৰ ক্ৰোধ বেছি কৰে।

(২৩)
হাতৰ ভূষণ দান জানিবা নিশ্চয়,
কৰ্ণৰ শ্ৰৱণ শাস্ত্ৰ জ্ঞানীলোকে কয়।
মধুৰ ভূষণ-বাক্য মুখৰ ওলালে,
দোকানীৰ অলঙ্কাৰ কি হব কিনিলে?

(২৪)
সমানে সমানে কাজ কৰা বাঞ্ছনীয়,
সৰু-বৰে কৰা কাজ নোহে শোভনীয়।
গৰু-ছাগ জুটি যদি বোৱা তুমি হাল,
নহব তোমাৰ মাটি বোৱাও একাল।

(২৫)

বিদ্যা আৰু নৃপত্বৰ তুলনা নহয়,
বিদ্যাক ডাঙৰ বুলি সকলোৱে কয়।
নিজৰ ৰাজ্যত কৰে ৰজাক সম্মান,
পৃথিবীত পূজনীয় মহৎ বিদ্বান।

(২৬)

চন্দ্ৰৰ জ্যোৎস্না অভ্ৰে আবৰি পেলাই,
কুপুত্ৰই বদনাম বংশত অনায়।
শশধৰে পৃথিবীত পোহৰ বিলায়,
সুপুত্ৰই বংশৰ জেউতি চৰায়।

(২৭)

যিজন সহায় হয় দীন দুখীয়াৰ,
হিংসা, দ্বেষ আৰু নাই যাৰ অহঙ্কাৰ,
সহন গুণেৰে যেয়ে ভূষিত সদায়,
অন্তিমত সেইজন স্বৰ্গল'ই যায়।

(২৮)

সৰু সৰু ম'উমাখি ফুলে ফুলে উৰি,
কৰিছে সুস্বাদু ম'উ কত যত্ন কৰি।
বাৰিষা খাবৰ হেতু ক্ষুদ্ৰ পৰুৱাই,
নিজৰ খোৱাৰ বস্তু যতনে গোটায়।
সাধাৰণ ম'উ মাখি আৰু পৰুৱাই,—
শ্ৰম কৰিবৰ হেতু আমাক শিকায়।

(২৯)

বেদবেদাঙ্গকে যদি অধ্যয়ন কৰে,
অসৎ লোকৰ তেও স্বভাব নলৰে ।
কিয়নো গাখীৰে যদি ধোৱা এশবাৰ,
তথাপি নহয় বগা কলীয়া এঙাৰ ।

(৩০)

ধনী আৰু দুখীয়াৰ ভিন পৰ নাই,
অন্তিমত দুয়োটিৰে একেখনি ঠাই ।

(৩১)

ধৰমেই জগতত একমাত্ৰ সাৰ,
ধৰমৰ বিনে নাই কোনোৰে উদ্ধাৰ ।

অন্ত



# জ্যোতি।

## শুধৰণী।

| | শাৰী | ভুল | হোৱা উচিত। |
|---|---|---|---|
| ( পাতান ) | ৬ | বেছিকৈ | বেচিকৈ। |
| ১ | ১১ | বাট | বাটে। |
| ৩ | ৫ | পাতকাই | পাটকাই। |
| ১৩ | ১৪ | গোটেই | ওলাল। |
| ১৭ | ১২ | বৈবি | বৈৰী। |
| ৩১ | ৭ | কলু কলু | কুলু কুলু। |
| ৩১ | ১২ | উছৰ্গা | উচৰ্গা। |
| ৩২ | ১০ | ঈশ্বৰৰ | ঈশ্বৰ। |
| ৩২ | ১৬ | সুহি | শুহি। |
| ৩৫ | ৫ | নিবা | দিবা। |
| ৩৬ | ৫ | কলু কলু | কুলু কুলু। |
| ৪১ | ১ | সাদৰি | সাদৰী। |
| ৪১ | ৮ | উছৰ্গিব। | উচৰ্গিব। |
| ৪২ | ৩ | হটোৰে | ইটোৰে। |
| ৪৩ | ৬ | তবু | তথু। |
| ৪৫ | ৯ | প্ৰভুয়েই | প্ৰভুৰেও। |
| ৫৩ | ২২ | অৰ্জ্জন | আৰ্জ্জন। |
| ৫৫ | ৬ | অৰ্জ্জন | আৰ্জ্জন। |
| ৫৬ | ১১ | উশজিছো | উপজিছো |

| পৃষ্ঠা | শাৰী | ভুল | হোৱা উচিত |
|---|---|---|---|
| ৫৮ | ৪ | কবি ফুল | কৰি-ফুল। |
| ৫৮ | ৭ | ইয়াতে | ইয়াতেই। |
| ৬১ | ১১ | ভেওঁক | ভেওঁক। |
| ৬২ | ৯ৰ পাচত | ( এৰি গৈছে ) | বাগিচাৰ সুন্দৰম্ভ ছণ্ডণে চৰায়। |
| ৬৪ | ১ | আহিলা | আহিলে। |
| ৬৬ | ১২ | ভাবে | ভাবি। |
| ৭৪ | ৪ | ভাব | ভাৱ। |
| ৭৫ | ১৪ | নাৰায়ণ | ৰামায়ণ। |
| ৮১ | ১১ | গুনি | গুণী। |
| ৮১ | ১৪ | বেছিক'ই | বেচিক'ই। |
| ৮৬ | ১৬।১৭ | কাজ | কায। |
| ৮২ | ৭ | দোষ | দ্ৰোহ। |